শ্ৰীবিপুনাথ বুঢ়াগোহাঁঞি

# সিদিনাৰ কথা

( বুৰঞ্জীৰ কাহিনী )




অৰিয়েন্টেল বুক কোম্পেনী
॥ গুৱাহাটী • অসম ॥

প্ৰকাশক :
শ্ৰীদুৰ্গাপদ ৰায়চৌধুৰী, এম্.কম্.,
ওৰিয়েণ্টেল বুক কোম্পেনী
গুৱাহাটী-১

মূল্য—৩·০০ টকা

প্ৰথম তাঙৰণ—এপ্ৰিল, ১৯৬৭

মুদ্ৰাকৰ :
শ্ৰীসুব্ৰত ভট্টাচাৰ্য
শ্ৰীভূমি প্ৰেছ
৭৭, ধৰ্মতলা ষ্ট্ৰীট,
কলিকতা-১৩

# পাতনি

বুৰঞ্জীৰ পাতে পাতে যিসকল বীৰ-বীৰাঙ্গনাৰ অপূৰ্ব বীৰত্ব-কাহিনী উজলি জিলিকি আছে, সেয়ে জাতি আৰু দেশক বিশ্বজগতত ভাল পৰিচয় দিয়াৰ উপৰিও অসমক শ্ৰেষ্ঠ আসন দি থাকিব। দেশৰ হকে, জাতিৰ বাবে আৰু স্বাধীনতাৰ অৰ্থে হাঁহি হাঁহি মৃত্যু বৰণ কৰিব পৰা অনুপ্ৰেৰণাৰ নিদৰ্শনৰ ফালে লক্ষ্য কৰি চালে অতিকৈ আচৰিত হবলগীয়া কথা। যত এনে আদৰ্শ, দেশাত্মবোধ আৰু উচ্চ ভাৱ-প্ৰবণতাৰ উজ্জ্বল দৃষ্টান্ত ভৰপূৰ—সেই দেশৰ অমূল্য বুৰঞ্জী-দাপোনত নিজক আৰু জাতিক চাবলৈ, বুজিবলৈ আৰু শিকিবলৈ আগবাঢ়ি অহাটো আমাৰ প্ৰত্যেকৰে একান্ত কৰ্তব্য আৰু লক্ষ্য হোৱা উচিত।

অতীত অসমৰ বুকুৰেদি অজস্ৰ কিমানবোৰ বিপদ-আপদৰ ধুমুহা পাৰ হৈ গ'ল, কিমানবিলাকে নিজৰ অমূল্য প্ৰাণ দিলে, কিমানে বৰ্ণনাৰো অতীত দুখ-নিৰ্য্যাতন ভুগি সময়-বালিত তেওঁলোকৰ খোজৰ চিহ্ন এৰি থৈ গৈছে, সিবোৰৰ ছিচাপ আৰু লেখ দিয়াও এটা দুঃসাধ্য বিষয়। বুৰঞ্জীৰ শেষৰ ফালে,—অৰ্থাৎ ইংৰাজসকলৰ আগমনৰ প্ৰাৰম্ভণিতে,—তেতিয়াৰ দেশ-প্ৰেমিক বীৰ-বীৰাঙ্গনাসকলে সেই বগা বঙাল বা ইংৰাজৰ ৰাজত্বশাসন উফৰাই পুনৰ স্বাধীন হবলৈ কিমান যত্ন আৰু কষ্ট স্বীকাৰ কৰিছিল,—সেইবিলাকৰ চমু উদাহৰণ আৰু আভাস দিয়াই এই পুথিৰ একমাত্ৰ উদ্দেশ্য আৰু লক্ষ্য।

অসমৰ যি সময় ছোৱাত সৰ্বপ্ৰথম বিদ্ৰোহৰ বিভিন্ন কাৰ্য-কলাপৰ জুই জ্বলি উঠিছিল—সেই জীৱন-মৰণৰ সময়ত বুৰঞ্জীৰ দৈৰ্ঘ্য আঁত ৰক্ষা কৰাহে নালাগে, তেতিয়াৰ অভূতপূৰ্ব দুৰ্যোগৰ মাজত ক'ৰ মানুহ কলৈ গ'ল, কাৰ কিনো হ'ল—সেইবিলাকৰো উৱা-দিহ নোহোৱা অৱস্থা বা পৰিস্থিতি হৈ পৰে। সেয়েহে সেই বিপদ-বিপত্তিৰ মাজত

পূৰ্বৰ পৰাই অৰ্থাৎ ইং ১২২৮ চনৰ পৰাই অতি সযতনে টানি, অহা বুৰঞ্জীৰ আঁতডালো অতিকৈ আউলীয়া আৰু জ'ট্-কৈঁৰা লাগি ছিগি-ভাগি উন্নলি পৰে। তেনে দুৰ্যোগতো যিসকল দেশ-প্ৰেমিকে পৰাপক্ষত তেওঁলোকৰ ভাগি পৰা ঘৰখন পুনৰ ৰক্ষা কৰিবলৈ আঁকো-গোঁজা মনোভাৱেৰে মৰণক আঁকোৱালি ধৰিছিল আৰু পিছৰ চাম বংশধৰ সকলৰ বাবে তেওঁলোকৰ জ্বলন্ত দেশাত্মবোধৰ নিদৰ্শন চানেকী থৈ গ'ল,—সেইসকলৰ বীৰত্ব-কাহিনীৰ প্ৰকৃত স্বৰূপ এতিয়াও বাহুল্যভাৱে চৰ্চ্চা হোৱা বা প্ৰকাশ পোৱা নাই। সেই বুৰঞ্জীৰ কাহিনীবোৰ আজিও মানুহৰ মুখে মুখে পুৰুষানুক্ৰমে প্ৰচলিত হৈ জীয়াই থাকিলেও ঘটনাৰ দিন-বাৰ-ক্ষণ-সময়ৰ সীমা বিচাৰি বুৰঞ্জীৰ পম খেদাও অতি টান আৰু কঠিন কাম বুলি কব লাগিব।

অসমৰ বেলিমাৰ বা বুৰঞ্জীৰ শেষ-অধ্যায়ৰ কৰুণ কাহিনী কৈ বা লিখিও শেষ কৰিব নোৱাৰি। সঁচা কথা কবলৈ হলে,—এতিয়াও সেই সময়-ছোৱাৰ আপুৰুগীয়া বহুতো অমূল্য সম্পদ্ আৰু গুৰুত্বপূৰ্ণ তথ্য-পাতি আন্ধাৰৰ বুকুত আমাৰ অজ্ঞাতে অৱহেলিত হৈ লুকাই সেইভাৱে পৰি আছে। সেইবিলাক উদ্ধাৰ কৰি পোহৰলৈ আনিব পাৰিলে, আমি নজনা কথাৰ সবিশেষ জানিবলৈ পোৱাৰ উপৰিও, আমাৰ জাতীয়-বুৰঞ্জীবো একো একো অমূল্য সম্পদ্ হৈ, আমাক পূৰ্বৰ বহুত কথালৈ আঙুলিয়াই সোঁৱৰাই দিব পাৰিব। আমি তাকে কৰিব নোৱাৰিলে জাতীয়-বুৰঞ্জীৰ প্ৰতি বৰ অন্যায় কৰাৰ উপৰিও, আমাৰ পূৰ্বপুৰুষ সকলক অৱজ্ঞা বা অপমানহে কৰা হব বুলি ভাবো।

আমি বহু কষ্টেৰে আমাৰ বুৰঞ্জীৰ পম খেদি খেদি যিখিনি বুৰঞ্জীৰ কাহিনী আৰু তথ্যপাতি উদ্ধাৰ কৰিব পাৰিলো, তাৰ সমষ্টিতে "সিদিনাৰ কথা" নামৰ এই বুৰঞ্জীমূলক পুথিখনি প্ৰণয়ন কৰা হৈছে। অৱশ্যে বহুদিনৰ আগতে সদৌ অসম আহোম যুৱক সন্মিলনৰ একমাত্ৰ মুখপত্ৰ বা আলোচনী "সংগ্ৰাম"ত ধাৰাবাহিক স্বৰূপে ইয়াৰ কাহিনী-বিলাক প্ৰকাশ হৈ গৈছে ; তাৰ বাহিৰেও অসমৰ বিশিষ্ট আলোচনী

'আৱাহন'-তো ইয়াৰ ভালেখিনি প্ৰকাশ হোৱাৰ হেতুকে—ই আমাৰ ৰাইজৰ একো অপৰিচিত নহব বুলিয়েই আমাৰ ধাৰণা। উক্ত আলোচনীৰ মাননীয় সম্পাদকদ্বয়ে দয়া কৰি আমাৰ কাহিনীবিলাক তেখেতসকলৰ কাকতত প্ৰকাশ কৰি আমাক উৎসাহিত কৰাত আন্তৰিক কৃতজ্ঞতাৰ উপৰিও হিয়াভৰা শলাগৰ শৰাই আগবাঢ়ি থাকিল।

এই পুথিখনি হাতে-লিখা অৱস্থাতে যিসকল স্বনামধন্য বুৰঞ্জীবিদে অনুগ্ৰহ কৰি চকু ফুৰাই দুই-এটা বিষয়ে সজ পৰামৰ্শ দি আমাক প্ৰশংসা আৰু উৎসাহিত কৰি আহিছে—সিবিলাকৰ প্ৰতিও আমাৰ অশেষ কৃতজ্ঞতা জনাইছোঁ। বিশেষকৈ, আমাৰ অনুৰোধক্ৰমে ওৰিয়েণ্টেল্ বুক কোম্পানীৰ কৰ্মাধ্যক্ষ মাননীয় শ্ৰীযুত দুৰ্গাপদ ৰায় চৌধুৰী, এম্-কম্ মহাশয়ে কিতাপখন ছপাই প্ৰকাশ কৰাত, তেখেতৰ প্ৰতিও চিৰ কৃতজ্ঞ হৈ ঋণী হৈ থাকিলো। তেখেতে ইয়াক হাত পাতি নধৰা হলে ই পৰাতেই পৰি থাকিলেহেঁতেন।

সৰ্বশেষত আমি স্বীকাৰ কৰিব লাগিব যে, হয়তো আমাৰ অজ্ঞাতে ইয়াত যথেষ্ট ভুলভ্ৰান্তি বৈ গৈছে আৰু হয়তো বহুতো বঢ়া-টুটা কথাইও ঠাই পাইছে—সেইবাবে সদাশয় ৰাইজে আমাক নিজ গুণে ক্ষমা কৰে যেন। তেখেতসকলে ইয়াৰ অন্ধকাৰ ভাগলৈ নাচাই পোহৰৰ প্ৰকৃত বিষয়-বস্তুৰ পিনে লক্ষ্য কৰিলেই আমাৰ এই পৰিশ্ৰমৰ সাৰ্থক হব।

শিৱসাগৰ
ইং ১৯৬৭ চন

বিনীত—
শ্ৰীৰিপুনাথ বুঢ়াগোহাঁঞি

# সুচীপত্ৰ

এই পুথিখনি দিলিহীয়াল বুঢ়াগোহাঁঞি ঘৰৰ নিজা বুৰঞ্জী পুথিৰ উপৰিও পুৰুষানুক্ৰমে কৈ অহা বিৱৰণীৰ ওপৰত ভিত্তি কৰি যুগুত কৰা হৈছে।

—গ্ৰন্থকাৰ।

# সিদিনাৰ কথা

( বুৰঞ্জীৰ কাহিনী )

## বিদ্ৰোহী নুমলী গোহাঁই

[ ইংৰাজসকলে বেপাৰৰ আলম লৈ কেনেকৈ অসমৰ স্বাধীনতা হৰণ কৰিলে, আৰু অসমীয়া প্ৰজাই ইংৰাজৰ সেই শাসন সমূলঞ্চে উচ্ছেদ্ কৰিবলৈ, কেনেকৈ বিদ্ৰোহী হৈ হাঁহি হাঁহি মৃত্যু পৰ্যন্তও বৰণ কৰিছিলে—সেইবিলাকৰ আভাস আৰু চমু-কাহিনী স্বৰ্গীয় ভদ্ৰসেন গোহাঁই ডাঙৰীয়াই ১৮৬৫ চনত লিখি থৈ যোৱা, তেখেতৰ 'বুৰঞ্জীৰ কাহিনী' নামৰ পুথিত পোৱা যায়। তেখেতৰ সেই পুথিৰ পৰাই সিদিনাৰ অসমৰ, এতিয়াও পোহৰলৈ নহা বহুতো বুৰঞ্জীৰ তথ্যপূৰ্ণ কথা জানিব পৰা হয়। সেই পুথিৰ সহায়লৈ এই খণ্ডত অসমৰ প্ৰধান বিদ্ৰোহী—'বীৰ নুমলী গোহাঁই'ৰ বিষয়ে কোৱা হৈছে। ]

১৭৮০ চনত স্বৰ্গদেৱ গৌৰীনাথ সিংহ মহাৰজা অসমৰ ৰাজ-সিংহাসনত বহাৰ লগে লগে, নুমাই নুমাই জ্বলি থকা সেই মোৱামৰীয়া বিদ্ৰোহৰ জুই আকৌ দুগুণে জ্বলি উঠে। স্বৰ্গদেৱে এইবাৰ কোনো মতেই সেই বিদ্ৰোহ দমাব নোৱাৰি, অগত্যা ইংৰাজৰ সহায় লবলৈ বাধ্য হয়। বৃটিছ শাসন কৰ্ত্তা লৰ্ড কৰ্ণওৱালিছৰ নিৰ্দ্দেশ মতে, কেপ্টেইন্ ওৱেল্চ্ চাহাবে সসৈন্যে স্বৰ্গদেৱক সহায় কৰিবলৈ আহে; স্বৰ্গদেৱে সেই সহায়ৰ বলত আশাতীত ভাৱে মোৱামৰীয়া-বিদ্ৰোহ দমন কৰি নিষ্কণ্টক হয়।

ইংৰাজসকলে সেই সহায়তাৰ বিনিময়ত এই দেশতো বেপাৰ-বাণিজ্য চলাবলৈ অনুমতি পায়। তেওঁলোক ইয়ালৈ অহাৰ লগে লগে ইয়াত কিছুমান নতুন কেৰোণে দেখা দিয়ে; অসমত কানি-বৰবিহ সোমায়,—মানুহে ইয়াৰ জুতি চাওঁতে চাওঁতে পিচত তাক এৰিব নোৱাৰা হৈ পৰে। এলেহুৱা আৰু অকামিলা মানুহৰ সংখ্যা দিনক দিনে বাঢ়ি যায়, এই ভাৱেই সামাজিক অধঃপতন আৰু অৱনতিৰ সীমা নোহোৱা হয়। বেপাৰী ইংৰাজ-সকলে সেই ছেগ্ আৰু সুবিধাতে ইয়াতো তেওঁলোকৰ কোম্পানীৰ শাসনৰ সোণালী সপোন দেখে, আৰু লাহে লাহে এডাল চুলিকে ছুডাল কৰাত লাগি যায়। অসমৰ ৰাজ-নীতি ক্ষেত্ৰত অভূতপূৰ্ব পৰিবৰ্ত্তন আৰু বিপৰ্যয় ঘটে। দেশৰ এই দুৰ্বলতাৰ গাত ঠেলামাৰি তেওঁলোকে ইয়াতো কোম্পানীৰ শাসন প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হয়। অসমীয়াই তেওঁলোকৰ সেই মাৰাত্মক্ কূটনাত আৰু পাক-চক্ৰ বুজিব নোৱাৰিলে; গতিকেই তেওঁলোকৰ নিজৰ শাসন-কাৰ্যৰ আউলো দিনক দিনে বাঢ়ি যাবলৈ ধৰে। পিচত সেই সৰ্বনাশীয়া আউল ভাঙ্গিবলৈ কাৰো সাধ্য নোহোৱা হয়; সামাজিক দুৰ্বলতাই তেওঁলোকক চিৰকাললৈ পঙ্গু কৰি পেলায়। শেষত ১৮২৬ চনত বুকুৰ তেজেৰে গঢ়া সোণৰ অসমৰ শাসন-ভাৰ ইংৰাজ তথা কোম্পানীৰ হাতলৈ যায়, তেওঁলোকে সৈন্য-সামন্ত আনি অফিচ-দুৰ্গ বহুৱাই অসমৰ ভাগ্য-বিধাতা হৈ বহি লয়হি।

পুৰণি কালত বিদেশী মাত্ৰকেই বঙাল আৰু ইংৰাজসকলক বগা-বঙাল বুলিছিল। এই বগা বঙালক অসমৰ পৰা খেদি, বাহিৰ কৰি দিবলৈ, ইয়াৰ জনা-বুজা ডা-ডাঙৰীয়া সকলে অহোপুৰুষাৰ্থও কৰিবলৈ ধৰে। তেওঁলোকে এইটো ভালকৈ অনুভৱ আৰু উপলব্ধিও কৰিব পাৰিছিল যে, ইংৰাজসকলক এতিয়াই অসমৰ পৰা খেদিব নোৱাৰিলে, ভৱিষ্যতত অসমৰ

কোনো কালেই কল্যাণ আৰু উদ্ধাৰৰ আশা মিছা। এই আশা লৈ যিসকলে বুকুত সাহ আৰু কৰ্কাঁলত টঙালি বান্ধি আগবাঢ়ি ওলাইছিল,—সেইসকলৰ ভিতৰত আছিল প্ৰধান নায়ক আৰু যুঁজাৰু পুৰুষ মুমলী গোহাঁই।

মুমলী গোহাঁই আছিল, বুৰঞ্জী প্ৰসিদ্ধ দিলিহীয়াল বুঢ়াগোহাঁই ফৈদৰ এজন বিশিষ্ট ৰাজনীতিজ্ঞ, দূৰদৰ্শী, জ্ঞানী-মানী আৰু প্ৰখ্যাত যুঁজাৰু পুৰুষ। পতনমুখী অসমীয়া জাতিৰ এনে অভূতপূৰ্ব অৱনতিত তেওঁৰ প্ৰাণে কান্দিছিল; আৰু এই অৱস্থাত বগা বঙালহঁতৰ আধিপত্য বিস্তাৰৰ কাৰ্য-কলাপো কোনো মতেই সহ্য কৰিব নোৱাৰিছিল। তেওঁৰ চিৰ-চেনেহি জন্মভূমিক চিৰকাল কেনেকৈ স্বাধীনা কৰি থব, হেৰুৱা ৰাজ্য-ধন কেনেকৈ পুনৰ উদ্ধাৰ হব আৰু ইংৰাজ তথা বনিয়া বগা-বঙালক কেনেকৈ দেশৰ পৰা খেদিব,— এই এশ এটা চিন্তাই তেওঁক সাৰটি ধৰি বিদ্ৰোহী কৰি তোলে।

উজনি অসমৰ কট্‌কটীয়া শাসন-ভাৰ লৈ যি সময়ত ইংৰাজে ৰংপুৰৰ ফালে আগুৱাবলৈ ধৰিছিল,—ঠিক্ সেই সময়তে মুমলী গোহাঁয়েও তাত এটা শক্তিশালী শকত সৈন্য-বাহিনী গঠন কৰিবলৈ ধৰে। যেনে লক্ষ্য তেনে কাম। এই মহৎ উদ্দেশ্য বুকুত সাৱটিলৈ হাতে-কামে লাগি যায় আৰু সেই গোপন সংগঠনৰ কাৰ্যত একেটি পুত্ৰ ভদ্ৰসেন আৰু একটি কন্যা লাহৰী আইদেৱকো লগাই দিয়ে। দেউতাকৰ আদেশ আৰু নিৰ্দ্দেশ মতেই তেওঁলোকেও নেৰানেপেৰা চেষ্টাত ৰাতি-দিন সমভাৱে কাম কৰে।

বগা-বঙাল আহি তেতিয়াও উজনি অসমত সোমাই, গুৱাহাটী আদি ঠাইৰ দৰে বহি বহি পৰা নাই। কেৱল সুদূৰ সেই গুৱাহাটীত তেওঁলোকৰ ফৌজ আৰু অফিচ আদি বহুৱাই নিয়মিত কামবোৰ কৰে। মুমলী গোহাঁইয়ে তেওঁলোকৰ আলেখ-লেখ

চাবৰ অভিপ্ৰায়ে এদিন লগত জীয়েক লাহৰী আৰু কিছুমান কাজুৱা চোৰাংচোৱা লৈ গুৱাহাটীলৈ যায়। তালৈ গৈ তেওঁ অতি সাৱধানে আৱশ্যকীয় বা-বাতৰিবোৰ সংগ্ৰহ কৰে আৰু ইফালে লাহীয়েও ছদ্মবেশত, চোৰাংচোৱাৰ সহায়ত ইংৰাজসকলৰ সৈন্য-সামন্ত আৰু নাও-জাহাজৰ সবিশেষ পায়। এই অৱস্থাত এদিন গম পায় যে, মণিৰাম নামৰ কোনোবা এজন কলিতা বংশীয় ডেকাই শত্ৰুপক্ষৰ সোঁ-হাত হৈ তেওঁলোকৰ অফিচত কাম কৰিছে। লগতে ইয়াকো জানিবলৈ পায় যে, তেওঁৰ কাৰ্যত অতি সন্তোষিত হৈ বগা-বঙালে তেওঁক অসমৰ এজন প্ৰধান বিষয়া-পদতো মকৰল কৰিবলৈ লৈছে; কেৱল এইয়ে নহয় ইংৰাজসকলে অসমৰ বাহিৰ-ভিতৰৰ আভ্যন্তৰিণ কথাবোৰো মণিৰামৰ পৰাই পাই আছে। এই বিলাকৰ বাহিৰেও ইয়াৰ আপুৰুগীয়া তেলপুং, লোণ পুং, সোণ-ৰূপৰ খনি, এইবিলাকৰো ভিতৰুৱা শুংসূত্ৰ ইংৰাজে এইজন অসমীয়া কেৰানীৰ পৰাই পাবলৈ ধৰে ইংৰাজসকলক সহায় কৰি মণিৰামেও সেইভাৱে ভৱিষ্যতৰ সোণালী সপোনত তেনেই বিভোল হৈ পৰিছিল।

মণিৰামৰ এই উদ্ভণ্ডালি আৰু আপোন পাহৰা কাৰ্য-কলাপে নুমলীক অতিকৈ আঘাত কৰিছিল আৰু সেই আঘাতৰ হেতুকেই তেওঁ কবলৈ বাধ্য হৈছিল যে, "মানুহৰ এনেবোৰ অকৃতজ্ঞতা আৰু বিশ্বাসঘাতকতাৰ বাবেই অসম গ'ল আৰু আহোম সকলৰো ছশ-বছৰীয়া ৰাজ্য হেৰাল! এইবোৰৰ উচিৎ প্ৰতিকাৰ নহ'বনে? ঈশ্বৰে আমাক শক্তি-সমৰ্থবানো নকৰিবনে? অসম দেশক পুনৰ প্ৰকৃত অসমীয়াৰ কৰি জিলিকাই ৰাখিব নোৱাৰিমনে?"

গুৱাহাটীত থকা অৱস্থাতে আকৌ গম পালে যে, বদনচন্দ্ৰ বৰফুকনৰ পুত্ৰ পিয়লি ফুকনেও বগা বঙালহঁতক খেদিবলৈ তলে তলে উপায় বুদ্ধি চিন্তি আছে; এই কথা গম পাই বগা

বঙালেও পিয়লিৰ চলন-ফুৰনৰ পিনে কৰা নজৰ ৰাখিছে। সুদূৰ গুৱাহাটীত এনে এজন দেশ-হিতৈষী বীৰপুৰুষক লগ পোৱাৰ আশাত, নুমলী গোহাঁইৰ আনন্দ আৰু উৎসাহত বুকু ফুলি উঠে। তেওঁ যেন ইমান দিনে বিচাৰি ফুৰা প্ৰকৃত বাটৰ সন্ধানহে বিচাৰি-পালে। সেইদিনা ৰাতিয়েই নুমলী গোহাঁই পিয়লিৰ ওচৰলৈ যায় আৰু অতি গোপনে দেশ উদ্ধাৰৰ উদ্দেশ্যৰ কথাবোৰ তেওঁকো বিৰৰি কয়গৈ। এনেই বুঢ়ি নাচনী, তাতে নাতিয়েকৰ বিয়া। পিয়লিৰো এই সৎ উদ্দেশ্যত মন-প্ৰাণ নাচি উঠে, গোহাঁইক সম্পূৰ্ণ সহানুভূতি দেখুৱাৰ উপৰিও, নিজেও এই বিষয়ত দেহেকেহে নামিবলৈ মত আৰু প্ৰতিশ্ৰুতি দিয়ে। গুৱাহাটী এনে এজন বীৰ পুৰুষক লগ পাই আৰু তেওঁৰ পৰা সম্পূৰ্ণ সহায়তাৰ আশ্বাস আৰু প্ৰতিশ্ৰুতি পাই, নুমলী এতিয়া বহুত ক্ষেত্ৰত আগবাঢ়িব পৰা হৈ উঠে।

ইয়াৰ পিছত নুমলী গোহাঁয়ে যথাক্ৰমে ৰহা আৰু কলিয়া বৰলৈ আহি, তাৰ ৰহীয়াল বৰুৱা আৰু মনপুৰ গোহাঁই, এইসকলৰ সৈতেও বগা-বঙালক খেদাৰ ভিতৰুৱা আয়োজনৰ আভাস দিয়ে। এইদৰেই দেৰগাওঁ, যোৰহাট, নামৰূপ, টিংখং, মান্‌কটা, খোৱাং, মৰাণ, বকতা, লংকাক আদি ঠাইবিলাকতো জনমত গঠন কৰি, ভাগে ভাগে কামৰ দিহা লগাই দিবলৈ ধৰে। নমলী গোহাঁইৰ এই দেশ উদ্ধাৰৰ প্ৰচেষ্টাত জাতিবৰ্ণ-নিৰ্ব্বিশেষে ৰাইজ দলে-বলে ওলায়। আনকি তেওঁৰ সৎ উদ্দেশ্যৰ কথা সিফালে আশে-পাশে থকা পৰ্ব্বতীয়া ৰাইজৰ মাজতো প্ৰচাৰ হৈ যায়; তেওঁলোকেও এই বিষয়ত সহাৰি দি ধনে-জনে সহায় কৰিবলৈ আগবাঢ়ি ওলায়। ধীৰে-স্থিৰে শৃঙ্খল লগাই কামৰ গুৰি ধৰিব পাৰিলেই যে, হেৰুৱা ৰাজ্যধন পুনৰ উদ্ধাৰ হব, এই আশাও নুমলীৰ হয়।

উজনি অসমৰ শাসন-ভাৰ লৈ কোম্পানীৰ জাহাজ দিখৌ মুখেদি

আহি ৰংপুৰ ওলায়। দিখৌ মুখ, ৰংপুৰ আৰু নাজিৰাত তেওঁলোকৰ বিজয়ী নিচান উৰিবলৈ ধৰে, কোম্পানীৰ ৰাজ্যৰ ঘোষণা কৰি সঘনে ঢাক-ঢোল বাজে, ঠায়ে ঠায়ে সৈন্যৰ শিবিৰ আৰু অফিচ-ঘৰ বহে। এইবিলাক বিষয়ত তেওঁলোকৰ সোঁ-হাত স্বৰূপ মণিৰামেই একমাত্ৰ সহায়ক আৰু পথ-প্ৰদৰ্শকো হয়। কোম্পানীৰ বিষয়া-সকলে অ'ত-ত'ত একোখন বিৰাট মেলাপাতি তেওঁলোকৰ শাসনৰ বাণী শুনাবলৈ ধৰে, মানুহক কোম্পানীৰ অনুগত হবলৈ আহ্বান আৰু এতিয়াৰ পৰা তেওঁলোকৰ সু-শাসনৰ অধীনত ৰাইজ সুখে-শান্তিতে থাকিব পৰাৰো আশ্বাস দিয়ে।

অসমৰ মুমলী-পিয়লিকে আদি কৰি অন্যান্য ডা-ডাঙৰীয়াৰ অপমানৰ সীমা নোহোৱা হয়। এদিন বৰ উত্তেজিৎ হৈ মণিৰামৰ কাৰ্যত বাধা দিবলৈ বুলি পিয়লি ফুকনে তেওঁক লগ ধৰে আৰু বগা-বঙালক সহায় কৰি দেশৰ অনিষ্ট নকৰিবলৈ মণিৰামকো টান কথাৰে সাৱধান কৰি দিছিল। তাতেই ডেকা মণিৰামে অতি ভয় পাই, পিয়লিৰ বিৰুদ্ধে নানা অভিযোগ আনিবলৈ ধৰে; আৰু এনেকৈয়ে পিয়লিলৈ মণিৰামৰ আৰু মণিৰামলৈ পিয়লিৰ হিংসা-মূলক আক্ৰোশ ভাৱ বাঢ়ি আহে।

কোম্পানীৰ বিষয়াসকলে নানা প্ৰলোভনৰ দ্বাৰায়ো স্বাধীনতা-প্ৰিয় অসমীয়া মানুহক, কোনোমতেই তেওঁলোকৰ শাসনৰ অধীনলৈ আনিবলৈ সমৰ্থ নহ'ল। শেষত সৈন্যৰ দ্বাৰাই বিপৰীত পন্থাৰে মানুহক অত্যাচাৰ কৰাই, দমন কৰাৰ ব্যৱস্থা হাতত লয়; অত্যাচাৰী মানৰ পিছত এইবিধ নতুন মানে আকৌ কঁকাল ভাগি থকা জুৰুলী অসমীয়াক নগুৰ শাস্তি কৰিবলৈ ধৰে। অতি পৰিতাপৰ কথা যে, তেতিয়া অসমৰ কিছুমান স্বাৰ্থপৰ আৰু বিদ্বেষ ভাবাপন্ন লোকেও, বগা বঙালৰ সহযোগী হৈ মানুহক নানা উৎপীড়ন কৰাত লাগি যায়। অসমত তেতিয়া এই শ্ৰেণী—অসমীয়াৰো

অত্যাচাৰ কম নাছিলে। বিশেষকৈ, কোম্পানীৰ চাকৰি কৰা, সিহঁতৰ লগত সহযোগ কৰা, আৰু নীচহীনভাৱে বশ্যতা স্বীকাৰ কৰা সকলক—অসমৰ যিসকলে ঘিণ আৰু বেয়া চকুৰে চাইছিল,—সেই সকলক এই শ্ৰেণী অসমীয়াই দুগুণে অত্যাচাৰ কৰি কোম্পানীৰ চিত্ত আনুগত্যহে দেখুৱাইছিল। সেইবাবে এই শ্ৰেণীৰ মানুহে কোম্পানীৰ ঘৰৰ পৰা যথেষ্ট আদৰ আৰু সন্মানো লাভ কৰিব পাৰিছিল। প্ৰকৃত কথা কবলৈ গলে, এই কাৰ্য-কলাপৰ হেতুকেই অসমীয়া মানুহৰ মাজত ঐক্যতা, মিলা-প্ৰীতি আৰু আপোন-ভাবৰ ঠাইত, মাৰাত্মক প্ৰতিশোধ আৰু প্ৰতিহিংসা ভাবেহে বেছিকৈ মূৰ ডাঙি উঠিছিল। এই সুযোগতে তেতিয়া বগা-বঙালে তথা কোম্পানীৰ মানুহে, ৰাজ্য শাসনৰ বাট অতি সুগম আৰু দৃঢ়ভাৱে পৰিষ্কাৰ কৰি লৈছিলে। আনফালে মানুহৰ ওপৰত আৰু কৰ-কাটল লগাই দি হেঁচা দিবলৈ ধৰে, অৰ্থনৈতিক সমস্যাও কঠিন কৰিবলৈ লয়, আৰু সকলোকে নিৰস্ত্ৰ কৰাৰ আইনো উলিয়ালে।

আবহমান কালৰে পৰা অসমৰ দাঁতিয়ে-কাষৰে থকা, পৰ্ব্বতীয়া জাতিবিলাকে, অসমৰ বিহু আৰু জাতীয় তিথি-উৎসৱত ইয়াৰ ৰজা আৰু ডা-ডাঙৰীয়া-বিষয়াসকলক, তেওঁলোকৰ বহুমূলীয়া দ্ৰবাদিৰে আন্তৰিক্ শ্ৰদ্ধা-সম্ভাষণ জনোৱা আৰু সচৰাচৰ এই ভৈয়ামলৈ নামি আহি সকলো বিষয়ত সহযোগ কৰা, সিবিলাকৰ এটা সাতামপুৰুষীয়া অভ্যাস আৰু নীতিৰ কথা হৈ আছিল। সেইভাৱে সেইবাৰো ভৈয়ামলৈ নামি আহোঁতে, কোম্পানীৰ সৈন্যহঁতে বাধা জন্মোৱাত আৰু কোম্পানীক ৰজা বুলি স্বীকাৰ নকৰাত—কোম্পানীৰ সৈন্যৰ সৈতে পৰ্ব্বতীয়া ৰাইজৰ দুৰ্ঘোৰ ৰণ হয়। সেই ৰণত কোম্পানী বা বগা-বঙালে পৰ্ব্বতীয়া মানুহক অতি নিষ্ঠুৰ ভাৱে গৰু-পশুৰ দৰে গুলীয়াই মাৰি, তেওঁলোকৰ

ভৈয়ামলৈ অহাৰ বাট বন্ধ কৰি দিয়ে। ঠিক্ সেই সময়ৰ পৰাই ভৈয়ামলৈ অহাৰ বাট বিলাকত কোম্পানী-সৈন্যৰ কাৰা পহৰা চলে। এইদৰেই ভৈয়ামবাসীৰ লগত পৰ্ব্বতীয়া মানুহৰ পূৰ্ব্বৰ একতা, বন্ধুত্ব আৰু মিলা-প্ৰীতিৰ সম্বন্ধৰ ডোল হেৰাই যায় আৰু পৰস্পৰৰ আপোন ভাবৰো আদান-প্ৰদান নোহোৱাত পৰে। তেতিয়াৰ পৰাই কি ভৈয়াম, কি পৰ্ব্বত—সকলোতে বিদ্ৰোহৰ ভাবে ঠাই পায় আৰু বগা-বঙালক পৰাপক্ষত এসেকা দিবলৈ নানা ষড়যন্ত্ৰও চলিবলৈ ধৰিল।

তেতিয়া জুইত ঘিঁউ পৰিল। বগা-বঙালৰ এইবোৰ অত্যাচাৰ আৰু অনাচাৰত মুমলী গোহাঁই থিৰেৰে থাকিব নোৱাৰা হয়; তেওঁৰ অন্তৰঁৰ তুঁহ জুই দুগুণে জ্বলিবলৈ ধৰে। তেওঁ এমুঠি অসমীয়া সৈন্যৰে হলেও বগা-বঙালক নিপাত কৰিবলৈ প্ৰাণত দৃঢ়সঙ্কল্প লয় আৰু দেশৰ হকে জীয়া তেজ দিবলৈ সাজু হৈ থকা অন্যান্য বীৰপুৰুষ সকলকো লগ ধৰাৰ ব্যৱস্থা কৰে। সেই ব্যৱস্থা মতে এদিন এটা নিৰ্দ্দিষ্ট দিনত সকলোটি আহি চৰাইদেউৰ ৰজা-মৈদামত গোট খায়। সেই জীৱন-মৰণৰ মেলত গভীৰ চিন্তা আৰু আলোচনাৰ পিছত, বহাগৰ কুৰি তাৰিখে, বুধবাৰে, ৰাতি দুপুৰত বগা-বঙালহঁতক আক্ৰমণ কৰিবলৈ স্থিৰ সিদ্ধান্ত লয়। তাৰ পিছত সেই মেলতে আক্ৰমণৰ কাৰ্য-তালিকা খনো প্ৰস্তুত কৰি সেইমতে প্ৰত্যেকেই দায়িত্ব-ভাৰ নতশিৰে গ্ৰহণ কৰে। সেই কাৰ্য-তালিকা মতে—

(১) মুমলী গোহাঁয়ে দিখৌমুখৰ শত্ৰুপক্ষৰ প্ৰধান শিবিৰৰ জাহাজবোৰ ডুবাই দিব আৰু সিহঁতৰ সৈন্য-সামন্তক আক্ৰমণ কৰিব। তাৰপাচত ব্ৰহ্মপুত্ৰেদি নাৱৰে কলিয়াবৰলৈ ভটিতাই গৈ, কলিয়াবৰ আৰু ৰহাৰ অসমীয়া ফৌজৰ দ্বাৰা জলপথ আৰু স্থলপথত পহৰা দিয়াব। সেইভাৱে বগা-বঙালৰ ৰংপুৰলৈ অহাৰ

বাট-পথ বন্ধ কৰি ৰাখিব। উজনি অসমৰ কাম সমাধা কৰি পিয়লি আৰু আন আন সকলো গৈ কলিয়াবৰ পালেই,—সকলোৱে একেলগে এদিন অতৰ্কিতে গুৱাহাটীৰ শত্ৰু-পক্ষক আক্ৰমণ কৰি অসমত সিহঁতৰ চিন্-চাব্ নোহোৱা কৰিব।

(২) পিয়লি ফুকনে ৰংপুৰৰ কোম্পানীৰ খাৰ-ঘৰত জুই দিব আৰু শত্ৰুপক্ষৰ সৈন্যহঁতক আক্ৰমণ কৰিব। তেওঁ সেই কাম সমাধা কৰিয়েই নগাওঁ অভিমুখে ৰাওনা কৰি, কলিয়াবৰত গৈ হুমলী গোহাঁইক লগ ধৰিব আৰু তাতে তেওঁলোকে গুৱাহাটী আক্ৰমণৰ সকলো কাৰ্যৰ-আঁচনি তৈয়াৰ কৰি লবগৈ।

(৩) লস্কাকৰ চিকণ ঢেকীয়াল ফুকনে নাজিৰাৰ কোম্পানীৰ অফিচ-ঘৰবোৰ পুৰিব আৰু শত্ৰুপক্ষক কেওপিনৰ পৰা আক্ৰমণ কৰিব। নাজিৰাৰ কামবোৰ শেষ কৰিয়েই তেওঁ উজনি অসমত এটা শকত অসমীয়া সৈন্য-বাহিনী গঠনৰ কামত লাগিব।

(৪) বকতাৰ লাবৰ বকতীয়াল বৰুৱাই দেশ সম্পুৰ্ণ উদ্ধাৰ নোহোৱা পৰ্য্যন্ত অসমীয়া সৈন্যৰ সকলো প্ৰকাৰৰ দৰ্কাৰি খাদ্য-দ্ৰব্যাদিৰ যোগান ধৰিব।

(৫) মইনা খাৰঘৰীয়া ফুকনে আৱশ্যকীয় বন্দুক-বাৰুদ্ আদি অস্ত্ৰ-শস্ত্ৰৰ যোগান ধৰিব।

(৬) মাতুৰীৰ সুন্দৰ গোহাঁয়ে চোৰাংচোৱা বিভাগ পৰিচালনা কৰিব।

(৭) ভদ্ৰসেন গোহাঁই আৰু চকলা লাহনৰ ওপৰত গাওঁ সংগঠনৰ দায়িত্ব থাকিব। মানৰ আক্ৰমণত সংগঠনৰ অভাৱত হোৱা অভূতপূৰ্ব্ব বিশৃঙ্খলতা আৰু অধৈৰ্য্যতাই যাতে আমাৰ জনসাধাৰণৰ মাজত ঠাই নাপাই, সেইবিলাকৰ সতুপায় কৰিব।

(৮) লাহৰী আৰু বিৰাই চিৰিংফুকনৰ জীয়েক মনোমতী আইদেৱৰ ওপৰত নাৰী বাহিনীৰ পৰিচালনাৰ ভাৰ থাকিব।

(৯) হাঁহচৰাৰ গহীন চেতিয়া আৰু চামগুৰিৰ জুৰমন বৰাৰ ওপৰত পৰ্ব্বত আৰু ভৈয়ামৰ পূৰ্ব্বৰ সম্বন্ধ স্থাপনৰ ভাৰ থাকিব; আৰু পৰ্ব্বতীয়া জাতিসমূহৰ সকলো প্ৰকাৰৰ সহায়-সহানুভূতি অৰ্থে তেওঁলোকে ব্যৱস্থা কৰিব।

এইভাৱে সকলোৱে নিজ নিজ ভাৰ গ্ৰহণ কৰাৰ পিছত, ৰজা-মৈদামত আঁঠুলৈ, মৈদাম চুই, পূৰ্ব্বপুৰুষসকলক স্মৰণ কৰি, দৃঢ় সঙ্কল্প কৰে—"আমি হেৰুৱা ৰাজ্য-ধন উদ্ধাৰ কৰিম,—নহয় মৰিম।" সেই গুৰুত্বপূৰ্ণ মেলৰ শেষত কঠোৰ কৰ্ত্তব্যৰ মধুৰ আহ্বানলৈ অলপো উপেক্ষা নকৰি,—ভাগে ভাগে হাতে-কামে লাগি যাবলৈ ধৰে।

চাওঁতে চাওঁতে এদিন-দুদিনকৈ নিৰ্দ্দিষ্ট দিন বহাগৰ কুৰি তাৰিখ, বুধবাৰ পালেহি। তাৰ পূৰ্ব্বেই আক্ৰমণৰ সকলো আৱশ্যকীয় শিক্ষাদিও হৈ গ'ল। আক্ৰমণৰ দিনা কোনে-ক'ত থাকিব, কোনে কেনেকৈ জুই লগাই দিব আৰু কোনে কোন ফালৰপৰা কেনেকৈ আক্ৰমণ কৰিব, সেইবোৰৰো ভাল প্ৰশিক্ষণ হৈ যায়। আগতেই সঠিকভাৱে বন্দবস্ত কৰা মতে মুমলী গোহাঁয়ে দিচাংমুখৰ লেপাই মিৰিৰ দল, বাণমুখৰ মইনা সেনচোৱাৰ দল, চাউল কঢ়াৰ গেন্ধাই লিকচনৰ দল, জয়ৰাপাৰৰ টুনি কোঁছৰ দল, আখৈফুটীয়াৰ বুদু কৈৱৰ্ত্তৰ দল, কোৱঁৰপুৰৰ বৃকোদৰ সন্দিকৈৰ দল, ন-কাটনিৰ ধন কলিতাৰ দল আৰু পানবেচাৰ মধু ছুতীয়াৰ দলৰ—বছা বছা কাজুৱা সৈন্য লৈ দিচাংমুখেদি নাৱেৰে আহি, আক্ৰমণৰ নিৰ্দ্দিষ্ট ঠাই সেই দিখৌমুখ পায়।

সিফালে পিয়লি ফুকনেও মেটেকা, মেচাগড়, নামতি, মঠিয়া-ছিগা, বনগাওঁ, কালুগাওঁ, শলগুৰি আৰু মগৰাহাট আদি ঠাইৰ ৰাইজৰে গঠিত এটা শকত শক্তিশালী ফৌজলৈ আগবাঢ়িবলৈ ধৰে। ঠিক্ তেনেকৈয়ে নাজিৰাতো চিকণফুকনে সকলো প্ৰস্তুত

কৰি আগবাঢ়ে। সেইদিনা পুৱাৰ পৰাই সুন্দৰ গোহাঁইৰ পৰিচালিত—চোৰাংচোৱা দলে, নানা ছদ্মবেশ ধৰি বগা-বঙালহঁতৰ দৰ্কাৰি বা-বাতৰি সংগ্ৰহ কৰে, আৰু সেইদিনাৰ ৰাতিৰ আক্ৰমণৰ আৱশ্যকীয় সা-সুবিধাবোৰো বুজিবলৈ সিহঁতৰ আলেখ্-লেখ চায়। আমাৰ সৈন্য-বাহিনীয়ে নতুন উৎসাহ-উদ্যেমেৰে সেইদিনা কেতিয়াকৈ ৰাতি হয়—তাকেই ভাবিবলৈ ধৰে। মোহন-দেওধাই-বাইলুং সকলে গোটেই দিন, তেওঁবিলাকৰ দেওশালত পূজা-পাতল দি, দেশৰ মঙ্গল কামনা কৰিবলৈ ধৰে। চাৰিওফালে এক নতুন চিন্তা আৰু নতুন অনুপ্ৰেৰণা।

ৰঙা বেলি মাৰ গ'ল, গধূলি আহিল, অন্ধকাৰে চৌদিশ আৱৰি পেলালে। সেই অন্ধকাৰৰ লগে লগে অসমীয়া সৈন্য-বাহিনীয়ে নিজ নিজ নিৰ্দ্দিষ্ট স্থান পালেগৈ। তাত তেওঁলোকৰ গুৰিয়ালৰ আকাৰ-ইঙ্গিত পালেই এক মুহূৰ্ত্ততে শত্ৰুৰ ওপৰত জঁপিয়াই পৰিবলৈ অপেক্ষা কৰি থাকে। এন্ধাৰ ৰাতিৰ নীৰৱ-নিস্তব্ধতাৰ মাজত হঠাৎ গুৰিয়ালৰ আদেশ পাই, তেওঁলোকে শত্ৰুৰ ওপৰত জঁপিয়াই পৰে। এক মুহূৰ্ত্ততে আকাশ-ভেদা হৈ-চৈ, কটা-কটি, বন্দুক-কামানৰ পৃথিৱী কপোঁৱা শব্দ-ধ্বনি; লগে লগে বগা-বঙালৰ শিবিৰ আৰু অফিচ-ঘৰত আকাশ চেলেকা প্ৰকাণ্ড জুই উঠিবলৈ ধৰে।

সেই আক্ৰমণত হুমলী গোহাঁয়ে দিখৌ মুখৰ কোম্পানী তথা বগা-বঙালৰ অসংখ্য নাৱ-জাহাজবোৰ ব্ৰহ্মপুত্ৰৰ বুকুত ডুবাই দিলে,—সিহঁতৰ সৈন্য-সামন্তৰ চিন্‌চাব্ নাইকিয়া কৰি কাটি তেজৰ নৈ বোৱালে। নাজিৰাত চিকণ ঢেকীয়াল ফুকনেও শত্ৰুপক্ষৰ শিবিৰ-অফিচ ঘৰত জুই লগাই দি, পুৰি তেনেই ছাঁয় কৰি পেলালে; তাৰ লগে লগে বগা-বঙালহঁতকো কাটি তেজৰ নৈ বোৱাই, বহুতদিনীয়া প্ৰতিশোধ ললে। সেইভাৱে ৰংপুৰৰ

বগা-বঙালৰ খাৰ-ঘৰতো জুই উঠি ৰুদ্ৰমূৰ্ত্তিৰে লৌ-লৌ জিহ্বা মেলি আকাশ চেলেকিবলৈ ধৰিলে; বহুত দূৰলৈকে তেনেই দিন যেন পোহৰ হৈ উঠিল; কিন্তু পিয়লিৰ দলে শত্ৰুক আক্ৰমণ কৰিবলৈ নৌ পাওঁতেই শত্ৰুপক্ষৰ বিপদসূচক্ বিকূলৰ ধ্বনি সঘনে বাজিবলৈ ধৰে। এক মুহূৰ্ত্ততে কোম্পানীৰ সৈন্যইঁত সু-সজ্জিত হৈ দলে দলে বাহিৰ হয়, চাৰিওফালে বন্দুক-কামানৰ ভীষণ তৰ্জ্জন-গৰ্জ্জন, গুলীয়া গুলী, মৰণৰ আৰ্ত্তনাদ, চিঞঁৰ-বাখৰ। অৱশেষত সু-সজ্জিত কোম্পানীৰ সৈন্য-বাহিনীৰ আগত তিষ্ঠিব নোৱাৰি অসমীয়া বাহিনীয়ে পিচুৱাই যাবলৈ বাধ্য হয়। তেওঁলোকে অগত্যা দিখৌ নৈত বান্ধি থৈ অহা নাৱেৰে পাৰ হবলৈ চেষ্টা কৰে; কিন্তু তালৈ আহি দেখে যে, আগতে বান্ধি থৈ যোৱা তেওঁলোকৰ নাৱবোৰ তাত নাই,—কোনো দেশ-দ্ৰোহীইঁতে তাৰ আগে আগেই নাৱৰ ৰছি কাটি দি নাৱবোৰ সোঁতত উটাই দিলে। নিয়তিৰ অভিশাপ, অসমীয়াৰ দুৰ্ভাগ্য,—মনৰ আশা পূৰ্ণ হবলৈ নাপালে! এক নিৰুপায় অৱস্থাত, শেষত সকলোটিয়ে শত্ৰুৰ বন্দুকৰ আগত থিয় হৈ প্ৰাণ এৰিলে। ইফালে-কিংকৰ্তব্য বিমোৰ হৈ পিয়লিফুকনে থকা ঠাইতে থিয় দি থাকিল। খাৰ-ঘৰৰ জুইৰপোহৰত তেওঁক ভালকৈ দেখিবলৈ পোৱা গ'ল; সেই অৱস্থাতেই শত্ৰুৰ হাতত সেই পিয়লি ফুকন বন্দী হয়।

পিয়লি ফুকনে সেইভাৱে শত্ৰুইঁতৰ হাতত বন্দী হৈ মৰিবলৈ অকণিও দুখ বা ভয় কৰা নাছিল; কিন্তু অসমীয়াই যে অসমীয়াৰ আগ মঙ্গহ খালে, কাৰ্য শেষ নোহোৱাৰ আগে আগে শত্ৰুকে খবৰ দি, সিইঁতক সজাগ কৰিলে আৰু অসমৰ সৰ্বনাশ মাতি আনিলে, সেই বাবেহে তেওঁৰ প্ৰাণে কান্দি উঠিছিল। তেওঁ সেই দুখ আৰু বেজাৰতে কৈ উঠিছিলে—"সঁচা, একজাত, এক ভাত, এক মাত, নোহোৱাৰ বাবেই দেশ বগা-বঙালৰ হাতলৈ গ'ল!"

পিয়লি ফুকন বন্দী হোৱাৰ লগে লগে অসমীয়াৰ এই বিদ্ৰোহৰ কথা গম্ পাই, কোম্পানীৰ বিষয়াসকলে সেইবোৰ বিষয়ত এতিয়া বেছিকৈ আগবাঢ়িব পৰা হয়। তেওঁলোকে এতিয়াহে খাতাংভাৱে জানিব পাৰিলে যে, এই বিদ্ৰোহৰ খাই গুৰি নুমলী গোঁহাই। তেওঁ যে এতিয়া নাৱেৰে কলিয়াবৰলৈ ভটিয়াই গৈছে—এই খবৰো জানিবলৈ পালে।

ইংৰাজ বিষয়া কৰ্ণেল চাহাবৰ আদেশত, অসংখ্য ইংৰাজসৈন্য জাহাজেৰে কলিয়াবৰৰ অভিমুখে গুলী যোৱাদি ভটিয়াই যাবলৈ ধৰে। তেতিয়াও নুমলী গোহাঁয়ে কলিয়াবৰ পাবলৈ অলপহে বাকী—; এনেতে দেখে যে, ইংৰাজৰ অসংখ্য সৈন্য জাহাজেৰে তালৈ ভটিয়াই আহিছে। চাওঁতে চাওঁতে শত্ৰুৰ জাহাজ ওচৰ চাপিল, এক নিৰুপায় অৱস্থাত—নুমলীয়েও তেওঁৰ বাহিনী প্ৰস্তুত হবলৈ আদেশ কৰিলে। নুমলী গোহাঁইৰ লগত তেওঁৰ জীয়েক লাহৰীও আছিল,—লাহৰীয়েও ইবিলাকৰ দৰেই হাতত বন্দুকলৈ নাৱৰ টিঙত থিয় দিয়ে। শত্ৰুপক্ষৰ জাহাজে নুমলীৰ নাৱ আগচি ধৰে, অগত্যা নুমলীয়ে গুলী এৰিলে। লাহৰী আৰু অন্যান্য সকলেও সেইদৰে শত্ৰুৰ জাহাজলৈ লক্ষ্য কৰি গুলীয়াবলৈ ধৰে; আনফালৰ পৰা ইংৰাজসকলেও তেনেকৈ গুলী এৰে। পলকতে ব্ৰহ্মপুত্ৰৰ কোবাল্ সোঁত ৰঙা হৈ গ'ল। নুমলীয়ে এমুঠি বাহিনীকেই প্ৰাণপণে যুঁজিবলৈ ধৰিলে—শেষত নাৱৰ খাৰগুলিৰ অন্ত পৰিল। অসমীয়া বাহিনীয়ে মৰিবলৈ প্ৰস্তুত হ'ল! চাওঁতে চাওঁতে গোহাঁইৰ নাৱ বিপন্ন অৱস্থাত পৰিলে; সেই অৱস্থাতো বাপেক-জীয়েক দুয়ো একে দৰেই যুদ্ধ কৰি কৰি শত্ৰুক বিতত কৰি পেলাইছিলে। এনেতে হঠাৎ শত্ৰুপক্ষৰ গুলী আহি লাহৰীৰ বুকু ভেদ কৰি গ'ল,—তেওঁ দেউতাকৰ কাষত বাগৰি পৰিল। যেই অৱস্থাতে লাহৰীৰ মৃত্যু হয়। নুমলীয়ে যুদ্ধ এৰি জীয়েকক

সাৰটি ধৰাৰ লগে লগে পুনৰ শত্ৰুপক্ষৰ গুলী আহি সোঁ বাহু ভাঙ্গি থকা সৰকা কৰে, তেওঁ অজ্ঞান কৰস্থাত পৰি যায়। ইংৰাজ সৈন্যসকলে সেই অচেতন অৱস্থাতে নুমলী গোহাঁইক বন্দী কৰি ৰংপুৰলৈ লৈ আহে।

নাৰত নুমলীৰ পেৰাত বহুতো অতি গোপনীয় কাগজ-পত্ৰ ধৰা পৰে। বিশেষকৈ, এই বিদ্ৰোহৰ ঘাই বিদ্ৰোহী সকলৰ নামৰ তালিকাখনো পাই, ইংৰাজে এতিয়া সেই সকলক বন্দী কৰিবলৈ বিশেষ সুযোগ আৰু সুবিধাও পালে। ঘাই বিদ্ৰোহী-সকলক বন্দী কৰি, ইংৰাজ সকলে এতিয়া উজানি অসমৰ শাসন-কাৰ্য সুচাৰুৰূপে চলাবপৰা হৈ ওঠে। এইভাবেই তেতিয়া অসমীয়া প্ৰজাৰ সেই প্ৰথম বিদ্ৰোহও অন্ত পৰে।

ৰংপুৰ। ইংৰাজৰ প্ৰকাণ্ড সৈন্য-শিবিৰ। সেই শিবিৰত নুমলী গোহাঁই বন্দী। কেইবাদিনৰো পিছত তেওঁ চেতনা পাই দেখে যে, কেওফালে শত্ৰুপক্ষৰ কাৰা-কঠোৰ পহৰা। নুমলীয়ে এফালৰপৰা সকলো কথা ভাবি যায়; তেওঁ ইমান যত্ন আৰু কষ্ট ত্যাগ কৰিও দেশ উদ্ধাৰ কৰিব। নোৱাৰাত বৰ অধৈৰ্য হৈ পৰে। শিবিৰত ইংৰাজৰ মানুহে তেওঁক আহাৰ খাবলৈ যাঁচে; কিন্তু প্ৰত্যেকবাৰেই ঘৃণাভাৱে প্ৰত্যাখ্যান কৰি কৈছিলে—“বগা-বঙালৰ বন্দী হৈ সিহঁতৰ আহাৰ খাই জীয়াই থকাতকৈ মৰাই শতগুণে ভাল।” তেওঁৰ কথা যেনে কামো তেনে। জীৱনৰ শেষ মুহূৰ্ত্ত পৰ্য্যন্ত তেওঁলোকৰ আহাৰ গ্ৰহণ নকৰি,—অনাহাৰত, অনিদ্ৰাত আৰু দুখ-বেজাৰত তেওঁৰ অৱস্থা অতিপাত বেয়া হৈ পৰে,—মুখৰ মাত পৰ্য্যন্তও হেৰাবলৈ ধৰে।

দেউতাকৰ সেই শেষ অৱস্থাত তেওঁৰ পুত্ৰ ভদ্ৰসেন গোহাঁয়ে তেওঁক চাবলৈ ইংৰাজৰ অনুমতি পায়। সেইমতে ইংৰাজৰ শিবিৰলৈ আহি ভদ্ৰসেনে দেউতাকক চায়। তেওঁ দেউতাকৰ তেনে

শেষ অৱস্থা বুজি পাই হোক্-হোকৈ কান্দিবলৈ ধৰে,—পুতেকৰ বেজাৰত দেউতাকৰো চকুত পানী ওলায়। শেষত মুমলী গোহাঁয়ে কয়—“গোহাঁইদেৱ! মোৰ কামবোৰ শেষ নহ'ল,—তোমালোকেই মোৰ আধা কৰা কাম।” শেষ কৰিব লাগিব। মই মাত্ৰ এমুঠি কঠিয়াহে সিঁচি থলো,—পিচৰ সকলোকাম তোমালোকৰ। তোমালোকে তাকে কৰিলেই,—মই য'তে থাকো ত'তেই হাঁহিম, প্ৰাণ খুলি হাঁহিব পাৰিম।”

কথাৰ লগে লগে গোহাঁই ডাঙৰীয়াক অতিকৈ উত্তেজিত হোৱা দেখা গ'ল,—মুখেৰে কিবাকিবিবোৰ কৈ-কৈ চকু দুটা মুদি নীৰৱ হৈ পৰে। তাৰ খন্তেকৰ পিছতেই এটা দীৰ্ঘনিশ্বাসৰ লগে লগে জীৱনৰ অৱসান হয়, এজন বীৰপুৰুষৰ কাৰ্যকলাপ সেইভাৱেই অন্ত পৰি যায়। ইংৰাজসকলৰ এজন প্ৰধান শত্ৰু নাইকিয়া হ'ল। অসমীয়া মানুহৰ মাজত কাঁহপৰি জীৰ্ণ গ'ল—বেজাৰত গছৰ পাতো সৰি পৰিল! অসমৰ প্ৰধান বিদ্ৰোহী বীৰ মুমলী গোহাঁইৰ, এই মৃত্যু ইংৰাজসকলে বিকুল বজাই ঘোষণা কৰি দিলে।

এতিয়া, ইয়াৰ পিচত এফালে এজন মহান্ দেশপ্ৰেমিক—বীৰ-পুৰুষসিংহৰ মৃত্যু,—আনফলে বিদ্ৰোহী পিয়লি ফুকনৰ বিচাৰ আৰম্ভ হয়। তেতিয়াৰ পৰাই অসমৰ ভাগ্যচক্ৰ আওঁ পাকে ঘূৰিবলৈ ধৰে।*

---

* 'সংগ্ৰাম'ত প্ৰকাশিত।

# বিদ্ৰোহী পিয়লি ফুকন

[ চৰাইদেউৰ ৰজা-মৈদানৰ মেলত প্ৰতিজ্ঞা কৰা মতে ৰংপুৰৰ বগা-বঙাল তথা ইংৰাজৰ খাৰ-ঘৰত জুই দি আক্ৰমণ কৰিবলৈ যাওঁতে, পিয়লি বৰফুকন শত্ৰুৰ হাতত বন্দী হয় ; সেই অপৰাধৰ হেতুকে ইংৰাজসকলৰ বিচাৰত পিয়লি দোষী সাব্যস্ত হয়, মুকলি ঠাইৰ হাজাৰ হাজাৰ জনতাৰ আগত তেওঁক ফাঁচি দিয়ে। অসম দেশত বৃটিছ-শাসনৰ প্ৰাৰম্ভতে হোৱা প্ৰথম বিদ্ৰোহৰ আভাস এই ছোৱাত উল্লেখ কৰা হৈছে, আৰু ইয়াত ফুকনৰ চমু জীৱনীও ডাঙি ধৰিবলৈ যত্ন কঁৰা হৈছে। ]

পিয়লি আছিল বদন চন্দ্ৰ বৰফুকনৰ মাজুপুত্ৰ। দেউতাকৰ আটাইকেইটা ল'ৰা-ছোৱালীৰ ভিতৰত তেৱেঁই আছিল দেখনীয়াৰ, সাহীয়াল, পৰোপকাৰী আৰু স্বাধীন মনৰ ল'ৰা। যি মূলা বাঢ়ে দুপাততে চিন্। দুপতীয়া অৱস্থাৰে পৰা পিয়লিয়ে দেশৰ আৰু জাতীয় বুৰঞ্জীৰ কথা বৰকৈ ভাবিছিল। অৱশ্যে স্বাধীনযুগত অসমৰ ডা-ডাঙৰীয়া সকলৰ ল'ৰা-ছোৱালীয়ে বুৰঞ্জীৰ কথা জনা আৰু পূৰ্ব পুৰুষসকলৰ দৰে বীৰ-বীৰাঙ্গনা হবলৈ হেপাঁহ আৰু কামনা কৰা, তেওঁলোকৰ এটা জাতিগত আৰু জন্মগত নীতিৰ কথা হৈ আছিল। সেই গতিকেই সেইকালৰ মানুহে যেতিয়াই দৰ্কাৰ হৈছিল, তেতিয়াই নিজৰ ব্যক্তিগত সুখ-দুখৰ কথা পাহৰি, দেশৰ কাৰণে আৰু জাতিৰ সম্মানৰ ৰক্ষাৰ্থে, ৰণত হাঁহিমুখে মৃত্যু পৰ্য্যন্তও বৰণ কৰি লবলৈ, কেতিয়াও কোনো ক্ষেত্ৰতেই পিচ পৰা নাছিল।

বাঘৰ পোৱালি বাঘ। যেনে বাপেক তেনে পুত্ৰ। পিয়লি ডাঙৰ হৈ অহাৰ লগে লগে, দেউতাকৰ দৰে এৰ্জন বিশিষ্ট ৰাজনীতিজ্ঞ আৰু দূৰদৰ্শী যুঁজাৰু পুৰুষ হৈ দেশৰ অপায়-অমঙ্গল,

ভাল-বেয়া, সৰু-বৰ সমস্যাবোৰ চালি-জাৰি চাবলৈ ধৰে। ঘৰুৱা কন্দলতেই হওক বা কিছুমান পাবত গঁজালোকৰ নীচ ষড়যন্ত্ৰ আৰু উৎপাত-উৎপীড়নতেই হওক,—অসমৰ স্বাধীনতা-বেলি ধীৰে ধীৰে পশ্চিমত মাৰ গ'ল। তেতিয়াৰ ডা-ডাঙৰীয়া বৰমূৰীয়া সকলে—কাক-কেনেকৈ বিশ্বাস আৰু মৰম কৰি, হিতে বিপৰীত অৱস্থাত পৰিবলৈ পাইছিলে আৰু কেনে দোষত সিবিলাকৰ মাজত—গৃহ-কন্দল সৃষ্টি হৈ শেষত বিপদতো পৰিছিলে—এনে সকলোবোৰ প্ৰকৃত কেৰোণ তেওঁৰ আগত এটা এটাকৈ ভাঁহি উঠিবলৈ ধৰে। দেশৰ একমাত্ৰ মেৰুদণ্ড পিতৃ পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ সৈতে হোৱা, দেউতাকৰ সেই মনোবাদ আৰু বিদেশী মান অনা কথাও সমূলি ভাল পোৱা নাছিল। সেয়েহে সেইবোৰ সোঁৱৰি সোঁৱৰি দুখ কৰি কৈছিল—“নিজৰ বৰ ঘৰত নিজে জুই দি ফুকনৰ বংশৰ কলঙ্কৰ দাগ্ চন্দ্ৰ-দিবাকৰ থকালৈকে ৰাখিলে।”

১৮২৬ চনৰ ২৪ ফেব্ৰুয়াৰী দিনা “ইয়াণ্ডাবুত” বৃটিছৰ সৈতে মানৰ সন্ধি হয়। সেই ইয়াণ্ডাবু সন্ধি মতে অসম দেশৰ শাসন-ভাৰ ইংৰাজৰ হাতলৈ যায়। মানৰজাই যদিওবা অসম দেশৰ শাসন-ভাৰ ইংৰাজকে অৰ্পণ কৰিলে, তথাপি সেই সন্ধি-সূত্ৰ মতে অদূৰ ভৱিষ্যতত টাই আহোমবিলাককে অসমখন পুনৰ ঘূৰাই দিবলৈ ইংৰাজসকলে মান্তি হৈ প্ৰতিশ্ৰুতিও দিয়ে। অৱশ্যে সেই ইয়াণ্ডাবু-সন্ধিৰ হুবহু নকল এতিয়াও অপ্ৰকাশিত অৱস্থাত আন্ধাৰতে পৰি আছে। সেই সন্ধিপত্ৰ প্ৰকাশ পালে হয়তো অসমত এটা অন্য প্ৰকাৰৰ আন্দোলনো হবৰ সম্ভৱ। যথাসম্ভৱ সেই গতিকেই পূৰ্বৰ প্ৰতিশ্ৰুতি আৰু সন্ধি-পত্ৰাদি আজিও তেনেভাৱেই অৱহেলিত হৈ পৰি আছে।

ইংৰাজে সন্ধিৰ পিচত যথাক্ৰমে গোৱালপাৰা, গুৱাহাটী, নগাওঁ, এইবিলাকত শাসন-কাৰ্য আৰম্ভ কৰি, শেষত ৰংপুৰলৈ

আছে। তেওঁলোকৰ আন্তৰিক ইচ্ছা অভিপ্ৰায় আৰু কাৰ্য-কলাপৰ সবিশেষ, ইয়াৰ বৰমূৰীয়া ৰাজনীতিজ্ঞ সকলে আগৰ পৰাই ধৰিব পাৰিছিলে। সেয়েহে তেওঁলোকৰ কোনোৱেই কোনো বিষয়ত ইংৰাজসকলৰ লগত সহযোগ নকৰি, বৰঞ্চ তেওঁলোকক খেদিবলৈহে যত্ন কৰিছিল। গুৱাহাটীত থাকি ইংৰাজ বিষয়াসকলে দেখিলে যে, অসমীয়া মানুহে তেওঁলোকক ভাল নাপায়, ঘিণ কৰে, আৰু তেওঁলোকৰ বশ্যতাও স্বীকাৰ নকৰে। অইন কি প্ৰথম অৱস্থাত, তেওঁলোকৰ অফিচ আদিৰ কাম কৰিবলৈকে অসমীয়াৰ কাকো বিচাৰি নাপাইছিল। এইদৰে বহুত ক্ষেত্ৰত ইংৰাজসকল বিপদত পৰি, তেওঁলোকৰ শাসন-কাৰ্যত পিচ পৰি আছিল। শেষত তেওঁলোকে নানা বুদ্ধি-কৌশলেৰে ধন-পইচাৰ আৰু বিষয়-বাব দিয়াৰ প্ৰলোভনত মানুহক হাত কৰিবলৈ উপায় লয়। ডাঙৰ ডাঙৰ পদবী আৰু সৰহীয়া বেতনৰ আশা দেখুৱাই মানুৰ মন আকৰ্ষণ কৰাত লাগে।

যেনে বুদ্ধি তেনে কাম। ইংৰাজৰ গোলামী কৰি সৰহীয়া বেতন আৰু উন্নতি হোৱাৰ আশা দেখি, সেই মতে কেইবাজনো অসমীয়া ডেকাই সমাজৰ মাৰ-নীতি ডাঙি, সেই গোলামী কৰিবলৈ আগবাঢ়ি যায়। লগতে তেওঁলোকৰ প্ৰত্যেকৰে বংশ-পৰিয়ালৰ ইবিলাককো সেই সেই ভাৱে ইংৰাজৰ গোলামী কামলৈ নিয়ে। এই ভাৱেই ইংৰাজসকলে এতিয়া অসমীয়া দলটো পাই, এই দেশৰ বাহিৰ-ভিতৰৰ সকলোবোৰ কথাৰ আঁতি-গুৰিলৈ, মনৰ ইচ্ছানুযায়ী দেশ শাসন কৰিব পৰা হয়। ইয়াৰ সামাজিক ৰীতি-নীতিৰ অভিজ্ঞতাও ইংৰাজসকলে এই দলটোৰ পৰাই পাব পৰা হৈ উঠে; গতিকে অসমীয়া প্ৰজাক কেনেকৈ দমন কৰিব লাগে, সেইবোৰৰো ভাল অভিজ্ঞতা আৰু উপায়-বুদ্ধিবোৰ উলিওৱাত তেওঁলোকৰ কোনো মুস্কিল বা অসুবিধা নহল। সেই অসমীয়া দলটোৰ ভিতৰত মণিৰাম দত্তই আছিল প্ৰধান, লগত পাইছিল

নামনি অসমৰ ঢেকিয়াল ফুকনৰ বংশৰ এজন আৰু ইয়াৰ গণক-ৰবদলৈ ঘৰৰ অন্য এজনকো।

পূৰ্ব্বকালত ইংৰাজী ভাষা শিকা, ইংৰাজীৰে কথা-বাৰ্তা কোৱা-কুই কৰা, আৰু ইংৰাজ বা বগা-বঙালৰ গোলামী কৰোতাহঁতক তেতিয়াৰ অসমৰ মানুহে বিজতৰীয়া, জাতযোৱা, এনেবোৰ আখ্যানেৰে বৰ ঘিণো কৰিছিল। বহুতেই জাত-কুলহীন, গুৰি-গোষ্ঠী নোহোৱা পাবত গজাঁ, জহৰা, এই ভাৱেহে তেনেবোৰক ইতিকিং আৰু তিৰস্কাৰ কৰি হাঁহিছিলেও। মানুহৰ পৰা তেনে ব্যৱহাৰ পাই, আৰু সেইপাত শৰে মণিৰাম আদিকো কলিজালৈকে বিন্ধিছিলে গুণেই, তাৰ প্ৰতিফল আৰু প্ৰতিশোধ লবৰ অভিপ্ৰায়ে, দমনমূলক নানা ব্যৱস্থা হাতত লবলগীয়াত পৰে। মণিৰাম দত্ত আছিল,—কুঁজত কিল পেলাব জানা এজন চতুৰ আৰু খেলুৱাৰী-লোক। কাক কেনেকৈ তোলা-নামা কৰিব লাগে, মণিৰামৰ সেই বুদ্ধি-কৌশলো নোহোৱা নাছিল। মানুহৰ এই তিৰস্কাৰ আৰু মই-বৰ ভাব কেনেকৈ পুলিয়ে পোখাই উঘালিব লাগে, সেইখিনিও জানিছিল, আৰু বহুত ক্ষেত্ৰত তাকেই কৰি তৃপ্তি আৰু ভালো পাইছিলে। সেই গুণৰ বাবেই ইংৰাজ-কৰ্ত্তাসকলৰ ওচৰতো বিশেষ সন্মান লাভ কৰিব পাৰিছিল আৰু দোপদ্-দোপে তেওঁৰ পদোন্নতিও হৈছিল। তেওৰ সেই চেঙেৰা-ডেকা কালতে মানুহে তেওঁৰ তীক্ষ্ণ জ্ঞান-বুদ্ধিৰ নমুনা পাই, ভবিষ্যতৰ কাৰ্য-কলাপৰ সম্পৰ্কেও তেতিয়াই বেছ অনুমান কৰিব পাৰিছিল। অৱশ্যে ৰাইজৰ মাৰ্ ভাঙি মইমতীয়া ভাৱে ইংৰাজৰ তলত চাকৰি কৰিবলৈ যোৱাত,—প্ৰত্যেকেই বেয়া পাইছিলে যদিও, তেওঁৰ সেই তীক্ষ্ণ বুদ্ধি আৰু সাহ-পিতৰ বাবে ভিতৰি তেনেকৈ শলাগো নলৈ নোৱাৰিছিল।

মানুহৰ ওপৰত বগা-বঙালৰ অত্যাচাৰৰ সীমা বাঢ়ি যায়। এটা সৰু-সামান্য দোষতে একোজনক শাস্তি কৰা, গুলিয়াই মৰা,

জেইলত দিয়া আৰু দেশান্তৰি কৰি অইন ঠাইলৈ পঠোৱা,—এই-বিলাক নগুৰ-শাস্তি-দণ্ডৰ মাত্ৰাও ইদিনৰ পিচত সিদিন বেছি হৈ পৰে ; অইন কি লৰা-ছোৱালী আৰু নাৰীসকলৰ ওপৰতো সেইবোৰ নাৰকীয় নীচ অত্যাচাৰ সাৰি যোৱা নাছিলে। সিহঁতৰ হাতত বহুতো গাভৰুৱেও নিজৰ শান্তি-ধৰ্ম হেৰুৱাই, বেজাৰতে আত্মহত্যা পৰ্যন্ত কৰি, সমাজৰ কঠোৰ নিৰ্যাতনৰ পৰা ৰক্ষা পৰিবলৈ বাধ্য হৈ পৰিছিল। কোনো-কোনোৱে নিজৰ জাত-কুল পৰ্যন্ত পৰিত্যাগ কৰি পাদুৰী চাহাবৰ ওচৰত আশ্ৰয় লৈছিলগৈ আৰু অগত্যা খ্ৰীষ্টিয়ান ধৰ্মও সাৱটি ধৰিছিল। এইভাৱে তেতিয়া সেই পাদুৰী চাহাবসকলেও মানুহক ধন-পইচা আৰু ভাল ভাল কামৰ প্ৰলোভনত পেলাই, ইংৰাজসকলৰ শাসন-কাৰ্যত পুৰা মাত্ৰাই ইন্ধন আৰু সাৰ যোগাইছিল। প্ৰকৃততে মানৰ পিচত এইবিধ নতুন মানে, অসমীয়া জুৰুলা-প্ৰজাক এইভাৱেই দুগুণে জুৰুলা কৰি, তেওঁলোকৰ এদনীয়া ৰাজত্বৰ পথ সুগম আৰু পৰিষ্কাৰো কৰি লৈছিল।

পিয়লি ফুকন সেই সময়ত গুৱাহাটীত থাকি, ইংৰাজৰ এই কদৰ্য আচাৰ-ব্যৱহাৰবোৰৰ প্ৰতি লক্ষ্য কৰিছিল। বিশেষকৈ লক্ষ্য কৰিছিল, সিহঁতৰ অধীনত কাম কৰা সেই অসমীয়া কৰ্মচাৰী দলটোৰ কাৰ্য-কলাপ আৰু আত্মসন্মানৰ প্ৰতি পিঠি দিয়া মনোভাবলৈ। তেওঁ সত্য অপ্ৰিয় হলেও সেইবোৰৰ উচিৎ বাদ-প্ৰতিবাদ কৰিবলৈ বীৰৰ দৰে আৰু নিৰ্ভীক চিত্তেই আগবাঢ়ি ওলায়। এবাৰ চাহাব সকলকো লগ ধৰি সতৰ্ক আৰু সাৱধান কৰি কৈছিলে—"শুনা চাহাব! যদিহে তোমালোকে ইয়াণ্ডাবু সন্ধিৰ চুক্তি-পত্ৰ মতেই দেশ শাসন কৰিবলৈ আহিছা, তেন্তে আমাৰ অসমীয়া মানুহৰ আৰু তোমালোকৰ নিজৰো মান-সন্মান বজাই ৰাখি চলিবা ; নতুবা আমি অসমীয়া প্ৰজাই ইয়াৰ প্ৰতিকাৰ কৰিবলৈ বাধ্য হম আৰু তেতিয়া তোমালোকৰ শাসন-কাৰ্যও

ইমানতেই উকলিছে বুলি নিশ্চয়কৈ বুজিবা।" সেই দৰে তেওঁ মণিৰামকো লগ ধৰি, ইংৰাজহঁতৰ সহযোগৰপৰা বিৰত হৈ থাকিবলৈ বাৰে বাৰে সাৱধান কৰি দিছিল। তাতে ডেকা মণিৰামেও বৰকৈ ভয় পাই, ৰাতি-দিনে কেৱল তেওঁৰ বিপদ-অমঙ্গলৰ কথাবোৰকেহে ভাবিছিল। গতিকে সেই চিন্তাৰপৰা ৰক্ষা পৰিবলৈ বুলি, তেতিয়া তেওঁ পিয়লিৰ দৰে সম্ভ্ৰান্ত বংশৰ সতি-সন্ততিসকলৰ বিৰুদ্ধে ইংৰাজৰ কাৰা নজৰো ৰখাইছিল। চল আৰু সুবিধামতে সেইসকলক মূৰ তুলিব নোৱাৰাকৈ দুৰ্বল আৰু কোঙা কৰিব পৰাই, তেতিয়া তেওঁলোকৰ প্ৰধান আন্তৰিক চেষ্টাও চলিল। এইবিলাক অভিসন্ধিৰ কথা গম পাই, পিয়লিৰ মন-প্ৰাণ দুগুণে বিদ্ৰোহী হৈ উঠে আৰু সন্মুখত অজস্ৰ দুখ-কষ্ট-নিৰ্যাতন আদি বুজিও, ইংৰাজৰ বিপক্ষে থিয় দিবলৈ বাধ্য হয়। অসমত ইংৰাজৰ ৰাজত্ব লুপ্ত কৰি সিহঁতৰ চিন-চাব্ নাইকিয়া কৰিবলৈ আৰু লগতে দেশদ্ৰোহী স্বাৰ্থপৰহঁতবো সমুচিত প্ৰায়শ্চিত্ত কৰাৰ উপায়-বুদ্ধি চিন্তিবলৈ ধৰে।

তেতিয়া নামনিৰ বাতৰি গৈ উজনি পালে। স্বাধীনতাৰ জুতি পাই থকা উজনি অসমৰ নৰ-নাৰীসকলৰ গাত ধৈৰ্যৰ সীমা নাথাকিল। বাৰ নৈ তেৰ সাগৰ পাৰ হৈ অহা এমুঠি বগা-বঙালৰ ইমান অত্যাচাৰ-উৎপীড়ন সহ্য কৰিব নোৱাৰি, উচিৎ প্ৰতিকাৰ কৰিবলৈ বুকুত বল বান্ধি ওলায়। তেওঁলোকে ইমানতে কেনেকৈ ইংৰাজৰ সেই সৰ্বনাশীয়া শাসন-ক্ষমতা ওফৰাই-দলিয়াই পেলাব পাৰে, কেনেকৈ আকৌ অসমীয়া ৰাইজ মূৰ ডাঙি উঠিবলৈ সক্ষম হব আৰু কেনেকৈ আগৰ দৰেই অসমীয়া প্ৰজাই স্বাধীন অসমত বাস কৰিবলৈ শক্তি-সামৰ্থ অৰ্জন কৰি, দেশক উচ্চ আৰু উজলাই জিলিকাই থব,—এই এশ এটা চিন্তা আৰু আলোচনাবিলাক চলিবলৈ ধৰিলে।

অসমীয়া ৰাইজৰ সৰ্বপ্ৰথম গুৰিয়াল হৈ ওলাল—বীৰ ঘুমলী

গোহাঁই। তেওঁৰ মহৎ কার্যৰ বাণী কি পর্বত, কি ভৈয়াম, কি গাওঁ-ভূঁই সকলোতে প্রচাৰ হয়। এবাৰ ইংৰাজৰ আলেখ্-লেখ চাবৰ উদ্দেশ্যে গুৱাহাটীলৈও যায় আৰু তাতো পিয়লি ফুকনক লগ ধৰি তেওঁৰ সৈতে এইবোৰ বিষয়ে গভীৰ আলোচনা কৰে গৈ। চাওঁতে চাওঁতে বগা-বঙালহঁতক খেদা বিষয়ত সকলো অসমীয়া ৰাইজ এক হৈ পৰে।

ইংৰাজে সদল-বলে উজনিৰ শাসন-ভাৰ লৈ, তাৰ দিখৌমুখ, ৰংপুৰ আৰু নাজিৰাত শিবিৰ-অফিচ বহুৱাই কাম আৰম্ভ কৰে। ৰংপুৰতেই হ'ল তেওঁলোকৰ প্ৰধান অফিচ আৰু খাৰ-ঘৰ। চতুৰ ইংৰাজে প্ৰথমতে সেই ঠাইৰ বৰমূৰীয়া আৰু ডা-ডাঙৰীয়াসকলৰ লগত পৰাপক্ষত বন্ধুত্ব স্থাপন কৰিবলৈ চেষ্টা চলায়, পূর্বৰ ৰীতি-নীতি অনুযায়ী খাত-পাম ভোগ কৰিবলৈ দিয়াৰ উপৰিও, পেন্চন্ আৰু ৰজাঘৰীয়া সা-সুবিধাবোৰ দিবলৈ ওলায়; কেনেকৈ তেওঁলোকক বশলৈ আনিব পাৰে, সেয়ে হয় ইংৰাজসকলৰ আন্তৰিক চেষ্টা আৰু উদ্দেশ্য। কাৰণ তেওঁলোকে এইটো ভালকৈ অনুমানো কৰিব পাৰিছিলে যে, উজনিৰ বৰমূৰীয়া—ডা-ডাঙৰীয়াসকলক কোনো প্ৰকাৰে হাতলৈ আনিব পাৰিলে, ইবোৰক ভৰিৰে গচকি লোৱাত কোনো মুস্কিল নহব; কিন্তু, তেওঁলোকৰ সেই আন্তৰিক চেষ্টা তেনেই বিফল হয়। অৱশ্যে সেই সময়ত উজনিৰ ডা-ডাঙৰীয়াসকলৰ আৰ্থিক অৱস্থা শোচনীয় হৈ পৰিছিল যদিও, দেশৰ প্ৰতি তেওঁলোক সদায় সজাগ হৈ আছিল। তেওঁলোকে ব্যক্তিগত কথাতকৈ দেশৰ, জাতিৰ সন্মান, স্বাধীনতা—এইবিলাকক পূর্ণ মাত্ৰাই বেছি ডাঙৰ বুলি ভাবিছিল আৰু তাকেই কৰিবলৈ সদায় প্ৰস্তুত হৈ দিন কটাইছিল।

স্বাৰ্থ সিদ্ধিৰ ব্যতীত ইংৰাজ-বিষয়াসকলে উপযাচি যচাঁ, সকলো প্ৰকাৰৰ সুবিধা ইয়াৰ ডা-ডাঙৰীয়াসকলে অতি তুচ্ছ জ্ঞান কৰি প্ৰত্যাখ্যান কৰিছিল। ইয়াৰ উপৰিও পৰ্ব্বতীয়া আঁকা, ডফলা,

মিৰি-মিচিমি, নগাসকলেও অতিকৈ ঘিণ কৰি, তেওঁলোকক বগা-বঙাল, বগা বান্দৰ, পখৰা মানুহ বুলিহে কৈছিল। শেষত কোনোমতেই মানুহক বশলৈ অনাৰ ব্যৱস্থা কৰিব নোৱাৰি, তেওঁলোকে অন্য ব্যৱস্থাৰ সহায় লবলৈ ধৰে। লাহে লাহে নানা ধৰণৰ শাস্তি-অত্যাচাৰ আৰম্ভ কৰে, সুবিধা পালেই কঠোৰ শাস্তি-বিধান কৰি মানুহ মাৰে, ধৰ্ম-বিচাৰৰ অভাৱ হৈ পৰে। গতিকে অসমীয়া মানুহেও চল আৰু সুবিধা বুজি চাহাবহঁতকো হত্যা কৰিবলৈ ধৰে। এইদৰে পৰিস্থিতি অতিপাত বেয়ালৈ যায়।

বাঘৰ-চোঙত জুই দি ইংৰাজসকল বিপদত পৰে। কোনো মতেই বিদ্ৰোহী প্ৰজাক দমাবৰ উপায়-বুদ্ধি নাপাই, শেষত অসমীয়াৰ দ্বাৰাই অসমীয়াক দমন কৰোৱাৰ উপায় কৰে। সেই ফন্দিত পৰি, আৰু সৰহীয়া দৰ্মহাৰ সৈতে প্ৰমোচনো পাই, অসমীয়া কৰ্মচাৰীসকলে ইংৰাজৰ কল্পনাতীত কাৰ্য কৰি, মানুহৰ লৈ-লৈ থৈ-থৈ কৰিবলৈকো ধৰে। ইফালে এই কূটনীতিৰ দ্বাৰাই তেওঁলোকে অতি কম দিনৰ ভিতৰতে বলবান হৈ অসমীয়া মানুহক বশলৈও আনিব পৰা হয়। ইদিন-সিদিনকৈ অসমৰ সম্ভ্ৰান্তবংশীয় মানীলোককো অপদস্থ কৰাত হাত দিয়ে; ইংৰাজৰ এই উৎপীড়নত নিজৰ মান-সম্মান ৰক্ষা নপৰা যেন হৈ উঠাত, তেওঁলোক বিদ্ৰোহী হবলৈ বাধ্য হয়। এদিন সকলোটি চৰাইদেউৰ ৰজা-মৈদামত একত্ৰিত হৈ বহাগৰ কুৰি তাৰিখে বগা-বঙালৰ অফিচ আৰু শিবিৰ আক্ৰমণ কৰিবলৈ স্থিৰ কৰে। সেইবাবে অসমৰ তিনিজন বিশিষ্ট ভাওৰীয়াৰ ওপৰত তিনি ঠাইৰ আক্ৰমণৰ দায়িত্ব ভাৰ পৰে।

(১) দিখৌমুখৰ শিবিৰ আৰু অফিচ আক্ৰমণ কৰি তাৰ ইংৰাজৰ জাহাজবোৰ ব্ৰহ্মপুত্ৰত ডুবাই দিয়াৰ ভাৰ থাকিল—দেশপ্ৰাণ মুমলী গোহাঁইৰ ওপৰত।

(২) ৰংপুৰৰ শিবিৰ আৰু খাৰ-ঘৰত জুই দি আক্ৰমণ কৰাৰ ভাৰ পৰিল—পিয়লি ফুকনৰ ওপৰত।

(৩) নাজিৰাৰ শিবিৰ আৰু অফিচ-ঘৰ জ্বলাই শত্ৰুক আক্ৰমণ কৰাৰ দায়িত্ব পৰে—চিকণ ঢেকীয়াল ফুকনৰ ওপৰত।

সেই নিৰ্দ্দিষ্ট দিনাৰ আক্ৰমণৰ বাবে, বহুত দিনৰ পূৰ্বৰ পৰাই অসমীয়াসকলৰ চোৰাংচোৱাদলে শত্ৰুপক্ষৰ শিবিৰৰ ইটো-সিটো বিষয়ৰ আলেখ-লেখ চাবলৈ ধৰে। তেওঁলোকৰ কোনো কণা, কোনো অকঁৰা, কোনো বলিয়া, কোনোটো বৈৰাগী হৈ, ছদ্মবেশত নিতৌ ইংৰাজৰ শিবিৰৰ ফালে যায় আৰু আৱশ্যকীয় তথ্য-পাতি, বা-বাতৰি লৈ ঘূৰি আহে। এইদৰে দেখিবলৈ পালে যে, বগা-বঙালহঁতে ৰাতি এডোখৰলৈকে মদ খাই মাতাল হৈ নাচ-গানত মতলীয়া হৈ থাকে। এইভাৱে সিহঁতৰ দৈনন্দিন কাৰ্যৰ সবিশেষ ব্ৰাতৰি সংগ্ৰহ কৰিব পাৰি, আক্ৰমণৰ প্ৰধান নায়কসকলে ঠিক সেই মতেই নিজ নিজ ঠাইৰ আক্ৰমণৰ আঁচনিও প্ৰস্তুত কৰি লব পৰা হয়। ৰংপুৰৰ বাবে পিয়লি ফুকনেও দৰ্কাৰি বিষয়ৰ দিহা লগাই, তেওঁৰ বাহিনীক সেই অনুপাতে শিক্ষা দিয়ে। পিয়লি ফুকনৰ ৰংপুৰৰ বগা-বঙালক আক্ৰমণ কৰাৰ আঁচনি আছিল এইদৰে—

(১) নিৰ্দ্দিষ্ট দিনা গধুলিৰ অন্ধকাৰৰ লগে লগে তেওঁলোকে নাৱেৰে দিখৌ নৈ পাৰ হৈ, শত্ৰুপক্ষৰ শিবিৰলৈ যাব আৰু তেওঁলোকৰ নাওবোৰ পাৰত ভালকৈ বান্ধি থব।

(২) প্ৰথম দলটো শিবিৰৰ ফালে আগুৱাই গৈ ওচৰৰ হাবিত সাৱধানে লুকাই থাকিব।

(৩) দ্বিতীয় দলে থাৰ-ঘৰৰ পিছৰ গড়খাৱৈটো পাৰ হৈ তাৰ তৰা আৰু কচুৱনিত লুকাই থাকিব।

(৪) তৃতীয় দলৰ সৈতে পিয়লিয়ে গড়ৰ কাষত, হাতীত উঠি সময়ে সময়ে নিৰ্দ্দিষ্ট প্ৰকাৰৰ আকাৰ-ইঙ্গিত দি থাকিব।

(৫) চোৰাংচোৱা-দলে সঘনে ইটো-সিটো দৰ্কাৰি বা-বাতৰি আনি পিয়লিক জনাই থাকিব।

(৬) সময় আৰু সুবিধা বুজি পিয়লিয়ে হাতীৰে ডাণ্ডৰকৈ এটা চিঞৰ মৰাব ; লগে লগে প্ৰথম দলে শত্ৰুৰ শিবিৰ আক্ৰমিব, দ্বিতীয় দলে চিপাহী-চন্তৰী কাটি খাৰ ঘৰত জুই লগাই দিব। তৃতীয় দলটোৱে কেওফালৰ পৰা তেওঁলোকক আৱশ্যকীয় অস্ত্ৰ-শস্ত্ৰ আৰু বন্দুক-বাৰুদৰ যোগান ধৰি দল দুটাক সহায় কৰি থাকিব।

বহাগৰ কুৰি তাৰিখ, বুধবাৰ। আক্ৰমণৰ আঁচনি মতে অসমীয়া বাহিনীয়ে গধূলিৰ অন্ধকাৰৰ আঁৰে আঁৰে দিখৌ পাৰ হৈ, ৰংপুৰ সোমাল। প্ৰথম দলটো হাবিয়ে-হাবিয়ে আগুৱাই গৈ নিজ ঠাইত ৰলগৈ। ইবিলাকেও সেইভাৱেই আগুৱাই গ'ল। আনদিনৰ দৰেই সেইদিনাও ইংৰাজৰ শিবিৰত নানা নাচ-গান, হাঁহি ফুৰ্ত্তি, আমোদ-প্ৰমোদ চলি আছে। আমাৰ চোৰাংচোৱাই অতি সাৱধানে ইটোৰ পিচত সিটোকৈ বতৰা আনি পিয়লি ফুকনক দিবলৈ ধৰিছে। কেওপিনে যেন এক ভয়ঙ্কৰ কালমূৰ্ত্তিয়ে অপেক্ষা কৰিছে।

কিন্তু, অসমৰ দুৰ্ভাগ্য! হঠাৎ বেঙো ওলাল, সাপেও দেখিল! আমাৰ প্ৰথম দলটো হাবিত অপেক্ষা কৰি থকা অৱস্থাত শত্ৰু-পক্ষৰ চোৰাংচোৱাই কেনেবাকৈ হঠাৎ দেখা পায়। সেই চোৰাং-চোৱাহঁত আছিল বগা-বঙালৰ পদ-সেৱী, আও গোলাম, বেতন-ভূগী মেটেকা অঞ্চলৰ অসমীয়া মানুহ। আমাৰ প্ৰথম দলটোক দেখা পায়েই সিহঁতে এই বাতৰি দিবলৈ বুলি ইংৰাজ চাহাবৰ শিবিৰলৈ লৰি যায়। তাৰ খন্তেকৰ পিচতেই শিবিৰৰ নাচ-গান, আমোদ-প্ৰমোদ একেবাৰেই বন্ধ হৈ পৰে ; লগে লগে শিবিৰত বিপদ-সূচক বিউগুলৰ ধ্বনি সঘনে বাজিবলৈ ধৰে, হাজাৰ হাজাৰ শত্ৰু-সৈন্য, গোৰা-চিপাহী, অস্ত্ৰে-শস্ত্ৰে সুসজ্জিত হৈ শিবিৰৰ পৰা বাহিৰ হয়। পিয়লিয়ে তেওঁৰ চোৰাংচোৱাসকলৰ পৰা এই সঠিক বাতৰি পাই, হতবুদ্ধি হৈ পৰে। উপায় নাই, অগত্যা কথা অতি বিষম দেখা পাই, সেই অপ্ৰস্তুত অৱস্থাতে হাতীৰে ডাণ্ডৰকৈ এটা চিঞৰ মৰাই আক্ৰমণৰ নিৰ্দ্দেশ দিয়ে। এক মুহূৰ্ত্ততে উভয় পক্ষৰ মাজত

ভীষণ গুলিয়া-গুলি, কটা-কটি, চিঞঁৰ-বাখৰ। শত্রুপক্ষৰ কামান-বৰতোপৰ গৰ্জনত বসুমতী সঘনে কঁপিবলৈ ধৰে,—কাৰো মাত ক'তো শুনিবলৈ নাই;—কেওফালে অভূতপূৰ্ব হুলস্থূল, মৰণৰ আৰ্তনাদ! ৰংপুৰ তেজেৰে পুৰ্ হৈ গ'ল!

সেই শত্রু-পক্ষৰ কামান-বন্দুকৰ গুলিৰ মাজতো পিয়লিৰ দলে চিপাহী-চন্তৰীক কাটি খাৰ-ঘৰত জুই জ্বলাই দিয়ে। খাৰত প্ৰকাণ্ড জুই উঠি সেই জুইয়ে গোটেই ঠাই বহুতদূৰ পৰ্যন্ত দিন যেন পোহৰ কৰি পেলায়। কেওপিনে মানুহ-তুনুহ ভালকৈ দেখা পোৱা যায়। অসমীয়া-বাহিনীয়ে প্ৰাণপণে বীৰ-বিক্ৰমেৰে যুঁজি-যুঁজি শেষত অস্ত্ৰ-শস্ত্ৰৰ অভাৱত পাচুৱাই যাবলৈ বাধ্য হয়। তেওঁলোকে দিখৌ পাৰ হবলৈ আহি দেখে যে, তাত আগতে বান্ধি থৈ যোৱা নাওবোৰ নাই। তাৰ আগে-আগেই কোনোবা দেশ-দ্ৰোহী জাতি-দ্ৰোহী, জাতিৰ শত্রুইঁতে নাৱৰ ৰছি কাটি নাওবোৰ দিখৌৰ প্ৰবল সোঁতত উটাই দিলে। উপায়ান্তৰ অৱস্থাত তেওঁলোকে শত্রুৰ বন্দুকৰ গুলীৰ মুখত বুকু পাতি দি, একে-একে মৃত্যু-ৰৰণ কৰিবলৈ বাধ্য হয়।

নিয়তিৰ অভিশাপ! আমাৰ দুৰ্ভাগ্য! পিয়লি ফুকনৰ আশা আকাঙ্ক্ষা পূৰ্ণ নহল! আক্ৰমণ ব্যৰ্থ হৈ গ'ল। খাৰ-ঘৰৰ জুইৰ পোহৰত পিয়লিয়ে কিংকৰ্ত্তব্যবিমোৰ হৈ আগৰ দৰেই সেই একে গড়ৰ কাষত থিয় হৈ থাকে। গোৰা-পল্টন-চিপাহীয়ে তেওঁক সেইভাবে থকা অৱস্থাতেই বন্দী কৰি লৈ যায়। তাৰ পিচত-তেতিয়াৰ পৰাই অসমৰ ভাগ্যলৈ আহে ইংৰাজৰ অবৰ্ণনীয় মাৰ্ধৰ শাস্তি, অত্যাচাৰ আৰু জেল-ফাঁচিৰ জোৱাৰ!

ইংৰাজ-বিষয়া নিউভিল্ চাহাবৰ আদালতত পিয়লি ফুকনৰ বিচাৰ আৰম্ভ হয়। পিয়লিয়ে নিৰ্ভীকচিতে সকলো কথা স্বীকাৰ কৰি দিয়ে; তেওঁৰ সেই স্বীকাৰ-উক্তিত আক্ৰমণৰ সকলো কথা ওলাই পৰে। পিয়লি ফুকনো এই আক্ৰমণৰ প্ৰধান নায়ক বুলি

প্রমাণিত হোৱাত, চাহাবৰ বিচাৰত তেওঁক মৃত্যুদণ্ডেৰে দণ্ডিত কৰে। এই মৃত্যু হব,—মুকলি ঠাইত, হাজাৰ হাজাৰ নৰ-নাৰীয়ে দেখি পোৱাত, আৰু তেওঁৰ ডিঙিত ৰছিৰ ফাঁচ লগাই কঠোৰ শাস্তিৰে ফাঁচি দি মৰা।

যেনে হুকুম তেনে কাম। তেতিয়া চাহাবে অসম দেশত আগতে ৰাজদ্রোহী অপৰাধীক মৃত্যুদণ্ড বিহিলে কেনেকৈ ফাঁচি দিয়ে, তাৰ সবিশেষ তেওঁলোকৰ সোঁ-হাত স্বৰূপ প্ৰধান মন্ত্ৰী সেই মণিৰামক সুধিলত,—মণিৰামেও আগ-পিচ নাভাবি-নিচিন্তি টপৰাই উত্তৰ দিয়ে—"এই দেশত ৰাজদ্রোহীহঁতৰ ডিঙিত ফটা মেখেলা আঁৰি, মুখত চূণ-ছায় সানি নানা দুৰ্গতি কৰি মৰাই এই দেশৰ দস্তুৰ।"

মণিৰামৰ এই উত্তৰত পিয়লিৰ অন্তৰখন ভাগি-ছিগি অতিকৈ ক্ষুণ্ণ হৈ পৰে, চৌদিশ আন্ধাৰ দেখে, মুখৰ মাত-বোল নাইকিয়া হয়। অৱশেষত দুখ-বেজাৰত অতিকৈ অভিভূত হৈ তেওঁ মণিৰামলৈ চাই অভিশাপ স্বৰূপে কয়—"শুন মণিৰাম! মই মৰিবলৈ পাইছো—আমাৰ দেশ উদ্ধাৰ কৰিবলৈ গৈ, আমাৰ ন্যায্য প্ৰাপ্য বিচাৰি আৰু অত্যাচাৰী বগা-বঙালহঁতক আক্ৰমণ কৰি সিহঁতৰ পাপৰ প্ৰায়শ্চিত্ত কৰিবলৈ গৈ। কিন্তু মোৰ শেষ অভিশাপ! তই মৰিবি বিনা দোষত, নলগা জেঙাত লাগি আৰু তোৰ নিজৰ সেই মহা অন্যায় পাপত।" চাহাবে ঠিক সেই ভাৱেই মুকলি ঠাইত, হাজাৰ-হাজাৰ জনতাৰ সাক্ষাতত, পিয়লিক ফাঁচি দিবলৈ হুকুম কৰে।

ফাঁচিৰ দিন। মুকলি পথাৰ। গোটেই দিন তেনেই গহীন-গম্ভীৰ, প্ৰায় অন্ধকাৰময়। চাৰিওফালে কেৱল নীৰৱ-নিস্তব্ধ—এটা কাঁহ পৰি জীণ যোৱা অৱস্থা। আকাশত চৰাই-চিৰিকতি এটিও দেখিবলৈ নাই, কেওফালে যেন শূন্য—শূন্য! থাকি থাকি যেন বাউলী বতাহে কান্দি-কাতি, ঘৰে ঘৰে, পিয়লিৰ ফাঁচিৰ বতৰা দিছেগৈ,—। এনি-তেনি মানুহৰ ইননি-বিননি, করুণ-ক্ৰন্দনৰ

হৃদি-বিদাৰক ৰোল। জনতাই দুহাতে চকুলো মচি মচি শেষ বাৰলৈ তেওঁলোকৰ অতি হেঁপাহৰ,—অতি মৰমৰ,—অতি আপোন পিয়লি ফুকনক চাই, শেষ নমস্কাৰ জনাবলৈ নিৰ্দ্দিষ্ট স্থানত ভৰি পৰিছেহি। এনেতে অস্ত্ৰে-শস্ত্ৰে সু-সজ্জিত হৈ হাজাৰ হাজাৰ ইংৰাজ-সৈন্যই পিয়লিক আনি ফাঁচিৰ কাঠত তুলি দিলেহি। ৰাইজে তেওঁলোকৰ প্ৰাণৰ নায়কৰ সেই অৱস্থা চকুৰে চাই থাকিব নোৱাৰি, ইনাই-বিনাই কান্দি দিয়ে; নীৰৱতা ভাগি যায়। সেই কান্দোনে পিয়লিকো অধৈৰ্য কৰি পেলায়, তেওঁৰ চকুতো সৰ্ সৰ্ কৈ পানী বৈ যায়। এবাৰ তেওঁ বৰ ধৈৰ্য আৰু কষ্টৰ মাজত মৰমৰ প্ৰজাসকলৈ চাই, আধাভগা মাতেৰে তেওঁলোকক অলপ সান্ত্বনা দিবৰ অভিপ্ৰায়ে কৈ উঠে—"হে মোৰ মৰমৰ ৰাইজসকল! ধৈৰ্য ধৰা, মানুহ জন্মিলেই মৰে, ই বিধাতাৰ বিধান আৰু নিয়তিৰো এক অভিশাপ। আক্ষেপ নকৰিবা, মোক শেষ বিদায় দিয়া। মোৰ দায়-দোষ ক্ষমা কৰিবা। মোৰ মৰিবলৈ কোনো দুখ নাই; কিন্তু প্ৰাণত দুখ থাকি গ'ল যে, আমাৰ স্বাৰ্থপৰ-দেশদ্ৰোহী-জাতিদ্ৰোহীহঁতৰ বাবেই আমি বগা-বঙালক খেদিব নোৱাৰিলো। দেশ উদ্ধাৰৰ কাম শেষ নহল,—আমাৰ পিচত তোমালোকেই সেই আধা কৰা কাম শেষ কৰিব লাগিব। লগতে কৈ যাওঁ, আমাৰ দেশদ্ৰোহী পিশাচহঁতকো কেতিয়াও নাপাহৰিবা, ভালকৈ চিনি থবাহঁক। মোক আশীৰ্বাদ কৰা,—দেশ সম্পূৰ্ণ ই উদ্ধাৰ নোহোৱা পৰ্যন্ত, মই যেন মৰি-মৰিও ইয়াতেই জন্মিবলৈ পাওঁ, আৰু এই দৰেই বাৰে বাৰে ফাঁচিৰ ৰছি ডিঙিত লৈও যেন, মোৰ জন্মভূমি অসমক শত্ৰুহঁতৰ কৱলৰ পৰা উদ্ধাৰ কৰি, সসাগৰা পৃথিবীত জিলিকাই থব পাৰো।"

পিয়লি ফুকনৰ এই শেষ বাণীৰ লগে লগে উপস্থিত ৰাইজে সমস্বৰে-উচ্চস্বৰে আকাশ কঁপাই "ঔ হৰি, ঔ ৰাম" বুলি শেষ হৰিধ্বনি দি আশীৰ্ব্বাদ কৰে। কেপ্তেইন্ চাহাবে তেওঁৰ ঘড়ি চাই

এক দুই তিনি বুলি কোৱাৰ লগে লগে অজস্ৰ বন্দুকৰ আৱাজ হয় ; তাৰ লগে লগে পিয়লি ফুকনেও চিৰকাললৈ সেই ফাঁচিৰ কাঠত চকু মুদে। বাইজে সেই হৃদি-বিদাৰক দৃশ্য চাই থাকিব নোৱাৰি, একোটাকৈ বিকট চিঞৰ মাৰি মাৰি চকু ঢাকে। ইংৰাজ-সৈন্যই বিউগুলৰ ধ্বনি তুলি পিয়লিৰ মৃত্যু বাতৰি ঘোষণা কৰে। এইদৰেই সেই মহান্ দেশপ্ৰেমিক বীৰ পিয়লি ফুকনৰ জীৱন-নাটকৰ অন্ত পৰে।*

* 'সংগ্ৰাম'ত প্ৰকাশিত।

# বিদ্ৰোহী চিকণ ঢেকীয়াল ফুকন

[ চৰাইদেউৰ মেলত সৰ্বসম্মতিক্ৰমে সিদ্ধান্ত হোৱা ভাৰ অনুসৰি, লঙ্কাকৰ চিকণ ঢেকীয়াল ফুকনে নাজিৰাৰ ইংৰাজৰ সৈন্যৰ শিবিৰ আক্ৰমণ কৰিবলৈ প্ৰস্তুত হয়। সেই আক্ৰমণত তেওঁ কেনেকৈ আশাতীতভাৱে কৃতকাৰ্য হৈছিল, আৰু ৰংপুৰত বন্দী হোৱা পিয়লি ফুকনক শত্ৰুৰ হাতৰপৰা উদ্ধাৰ কৰিবলৈ গৈ কেনেকৈ ৰংপুৰৰ তলাতল ঘৰৰ সুৰঙ্গত শত্ৰুৰ হাতত নিজৰ প্ৰাণো হেৰুৱালে,—এই খণ্ডত সেইবিলাককে কোৱা হৈছে। ]

আহোম স্বৰ্গদেৱসকলৰ ৰাজত্বকালত উজনি অসমৰ কেবাজনো নামজ্বলা ৰাজনীতিজ্ঞ বিষয়াই ঢেকীয়াল ফুকনৰ বিষয়-বাব লৈ নামনি অসমলৈ গৈছিল। চিকণ ঢেকীয়াল ফুকনৰ দেউতাকো আছিল—সেই সকলৰ ভিতৰত এজন প্ৰধান। গড়গাওঁ নগৰৰ কাষৰ লঙ্কাক নামৰ ঠাইখনিতে সেই ঢেকীয়াল ফুকনৰ ঘৰ-বাৰী। কালক্ৰমে দেশৰ স্বাধীনতা যোৱাৰ লগে লগে বগা-বঙালে তথা ইংৰাজে নতুন শাসন-ক্ষমতা লৈ, ইয়াৰ জনসাধাৰণ প্ৰজাক কৰা অন্যায় অত্যাচাৰ, তেতিয়াৰ কোনো আত্ম-সন্মান চিনি পোৱা অসমীয়াই সহ্য কৰিব নোৱাৰিছিল।

নল মৰে গজালি ওলায়। মানুহৰ পূৰ্বৰ বিষয়-পদবি গৈছিলে যদিও, দেশাত্মবোধ সজীৱ হৈ থকাৰ বাবেই তেওঁলোকে সেই অন্যায়-অনাচাৰৰ বিৰুদ্ধে যুঁজিবলৈ আৰু হেৰুৱা স্বাধীনতা-ধন ঘূৰাই আনিবলৈ গভীৰ চিন্তা আৰু উপায়-বুদ্ধিও কৰিছিল। সেই আলোচনা চৰাইদেউৰ ৰজা-মৈদামত হয়, আৰু বহাগৰ কুৰি দিন যোৱাত শত্ৰুক আক্ৰমণ কৰাৰ তাৰিখো স্থিৰ হয়। সেই মেলৰ সিদ্ধান্ত মতে চিকণ ঢেকীয়াল ফুকনৰ ওপৰত নাজিৰাৰ ইংৰাজৰ শিবিৰ আক্ৰমণ কৰাৰ গধুৰ দায়িত্ব-ভাৰ পৰে। সেই মতেই ফুকনে লঙ্কাক, কেন্দুগুৰি, বাগচু, হাঁহচৰা, চুণপুৰা, বকতা, শলগুৰি,

লাকুৱা, খালৈঘোগোৰা, মৰাণ, ধোপাবৰ আদি ঠাইৰপৰা কাজুৱা, যুঁজাৰু, শকত-আৱত মানুহ বাছি লৈ, আক্ৰমণৰ বাবে প্ৰস্তুত হয়। ৰঙাগড়া নামে ঠাইত বহুত দিনৰ আগৰে পৰাই আক্ৰমণৰ আৱশ্যকীয় শিক্ষাবোৰ দিয়ে। তেওঁৰ দলবিলাক কেতিয়া কোন পিনে যাব লাগিব, কোন দিশৰপৰা কোনে আক্ৰমণ কৰিব আৰু কেনেকুৱা আকাৰ-ইঙ্গিতে কেনে নিৰ্দেশ দিব—সেইবিলাকবো ভাল শিক্ষা হৈ যায়। সেই আক্ৰমণৰ বাবে মইনা খাৰঘৰীয়া ফুকনে অস্ত্ৰ-শস্ত্ৰ আৰু বন্দুক-বাৰুদ্, বকতীয়াল বৰুৱাই বাহিনীৰ দৰ্কাৰি খাদ্য-দ্ৰব্যাদি আৰু সুন্দৰ গোহাঁইৰ পৰিচালিত চোৰাং-চোৱাই আৱশ্যকীয় বা-বাতৰিৰ যোগান ধৰিছিল। সিফালে ভদ্ৰসেন গোহাঁই আৰু চকলা লাহনে গাওঁ সংগঠনত, লাহৰী আৰু মনোমতীয়ে নাৰী-বাহিনী গঠনত, গহীন চেতিয়া আৰু জুৰমন বৰাই পৰ্বত-ভৈয়ামৰ পূৰ্বৰ সম্বন্ধ আৰু একতা স্থাপনৰ কামত আত্মনিয়োগ কৰে।

মৰমে মৰম টানে। অসমৰ কাৰণে পৰ্বতৰ নগাসকলৰ কষ্ট স্বীকাৰো কম নাছিল। আহোম স্বৰ্গদেৱসকলে পূৰ্বৰপৰাই দেখুৱাই অহা মৰম-চেনেহৰ কথা নগাৰাইজে কেতিয়াও কোনোকালেই পাহৰা নাছিলে। সেই কাৰণেই আহোমসকলৰ যেই কোনো বিপদ-আপদৰ সময়ত তেওঁলোকে অসীম সহায়-সহানুভূতি দেখুৱাৰ উপৰিও, আৱশ্যকমতে প্ৰাণ পৰ্যন্তও দিবলৈ কুণ্ঠিত নহৈছিল। অসমদেশ বগা-বঙালৰ হাতলৈ যোৱা শুনি, তেওঁলোকেও মৰ্মান্তিক দুখ পাইছিলে আৰু সেই বিদেশীহঁতৰ বশ্যতা কোনোমতেই স্বীকাৰ কৰি নলৈ, কেৱল যেতিয়াই-তেতিয়াই যুঁজিবলৈহে ফেৰ্ পাতিছিলে। চতুৰ আৰু টেঙৰ ইংৰাজসকলে নগাৰ তেনে অভিপ্ৰায় বুজিব পাৰি, তেওঁলোকৰ ওপৰত অজস্ৰ পাশৱিক অত্যাচাৰ চলায়; তাৰ লগে লগে তেওঁলোকৰ ভৈয়ামলৈ অহাৰ বাট-পথো বন্ধ কৰি তাত কাৰা পহৰা দিয়ায়। সেই বাবেই

নগাসকল অতিকৈ উত্তেজিত হৈ চল আৰু সুবিধা পালেই, ইংৰাজ-বিষয়াকো কাটি হত্যা কৰিবলৈ ধৰে। এই বগা-বঙালক খেদি কেনেকৈ দেশত শান্তি-স্থাপন কৰিব পাৰে সেই চিন্তা তেওঁলোকৰো হয়। এনে সময়তে ঢেকিয়াল ফুকনৰ মানুহৰ মুখে নাজিৰা আক্রমণৰ সবিশেষ বার্ত্তা পাই, তেওঁলোকৰ আনন্দ-উৎসাহৰ পাৰ নোহোৱা হৈ পৰে।

এনেয়ে বুঢ়ি নাচনী তাতে আকৌ নাতিয়েকৰ বিয়া। পূর্বৰ পৰাই ঠেং দাঙি থকা নগাসকলে নাজিৰা আক্রমণত পূর্ণমাত্রাই সহযোগ কৰিবলৈ আগবাঢ়ি ওলায়। এটা নির্দিষ্ট দিনত তেওঁলোকে তিৰোপথাৰত গোটখাবলৈ থিৰ কৰি,—জবকা, তাওকাক, নামচাং, বৰসাপজান, নাগিনীমৰা, মোককচাং, কহিমা আৰু গাভৰু পর্বতলৈ খবৰ দিয়ে। সেইমতে চৰাইদেউৰ সিপাৰৰ সেই তিৰোপ-থাৰত লগ লাগি আলোচনা কৰে আৰু চিকণ ঢেকিয়াল ফুকনৰ কথামতে তেওঁলোকে কাম কৰিবলৈ কথা বান্ধে। নগাসকলৰ প্রতি ফুকনৰ কামৰ আঁচনি আছিল এইদৰে ঃ—আক্রমণৰ দিনা ৰাতি ডাঙৰ ডাঙৰ কাঠ আৰু নাও লৈ নগাসকল দিখৌ নৈয়েদি ভটিয়াই আহিব; বিহুবৰ আৰু চন্টকত তেওঁলোকলৈ বাট চাই থকা অসমীয়া বাহিনীৰ দ্বিতীয় দলটোক তাতে লগ ধৰিব আৰু তাৰপৰা সকলোটি একেলগে ভটিয়াই আহি নাজিৰাত, দিখৌ নৈৰ পাৰত ঠায়ে ঠায়ে জোপলৈ লুকাই থাকিবহি; নায়কৰ নির্দেশৰ ইঙ্গিত পোৱা মাত্রেই চাৰিওপিনৰপৰা বগা-বঙালৰ শিবিৰ আৰু অফিচ-ঘৰত আক্রমণ চলাব। ঢেকীয়াল ফুকনৰ সেই দিহা-পৰামর্শমতে দেহে-কেহে কাম কৰিবলৈ নগা ৰাইজ মান্তি হৈ, নিজ নিজ দা আৰু আঙ্গুলী কামুৰি শপত খালে।

অসমীয়াৰ প্রাণৰো প্রাণ বহাগৰ বিহুটি। পূর্বৰ দৰে সেই-বাৰো মানুহবিলাক বিহুৰ ৰং-তামাছত আত্মহাৰা। ডেকা-গাভৰুহঁতৰ বিহু-গীতৰ সুৰত, ঢোল-তাল পেঁপাৰ মাতত, বুঢ়া-বুঢ়ি-

সকলৰ সুৰদ জাউৰি জাউৰি হৰি-নাম ধ্বনিত আৰু লৰা-ছোৱালী-হঁতৰ হৈ-চৈ, কিৰিলিত গাওঁবোৰ তেনেই তলওপৰ। ডেকা-গাভৰুহঁতৰ বিহু-তলীৰ নাচ-গানত চাহাবহঁত অতিকৈ মুগ্ধ আৰু আপোনপাহৰা হৈ উঠে। নাজিৰাৰ আশে পাশে থকা গাৱঁত গৈ তেওঁলোকে বিহু চাবলৈ ধৰে; এই দৰে ইদিন-সিদিনকৈ গাৱঁৰ-জীয়াৰী-বোৱাৰীসকলৰ ওপৰতে চাহাবহঁতে বেয়া চকুৰে নজৰ কৰে আৰু সুবিধা বুজি বলপূৰ্বক অত্যাচাৰো সাৰি নোযোৱা হয়গৈ। গাৱঁৰ মানুহৰ লাজ-অপমানৰ সীমা নোহোৱা হয় আৰু ইয়াৰ কি প্ৰতিকাৰ কৰিব পাৰে, সেয়ে তেওঁলোকৰ আলোচনাও চলে। পিচত মানুহে চাহাবহঁত অহা দেখিলেই বিহু কৰিবলৈ এৰি দি, ঘৰাঘৰি গুচি যাবলৈ ধৰে আৰু জীয়াৰী-ছোৱালীহঁতেও ভয়ত এনি-তেনি ফাঁট্ মাৰে। কিন্তু চাহাবহঁতৰ বিহু চোৱা হেপাহ মুগুচা হয়,—তাৰ বাবে সিহঁত বৰ মতলীয়া হৈ বেইপৰুৱাই ভাৱে ইফালে-সিফালে ফুৰিবলৈ ধৰে। পিচত শিবিৰৰ গধুলিৰ অন্যান্য আমোদ-প্ৰমোদৰ মাজত অসমীয়া ডেকা-গাভৰুহঁতৰ বিহুৰ নাচ-গানো তালিকাত অন্তৰ্ভুক্ত কৰি লয়। চাহাবহঁতৰ গোলামী কৰা সেই অসমীয়া কেইজনক কোৱা মতে, সিহঁতেও তাৰ ব্যৱস্থা কৰি দিয়ে আৰু ডেকা-গাভৰুহঁতক পুৰস্কাৰ, ধন-বিতৰো নানা প্ৰলোভনত পেলাবলৈ উঠি পৰি লাগে।

চোৰ চাই মূলা। এই বিহুৰ বাতৰি গৈ ঢেকীয়াল ফুকনৰ কাণতো পৰিল। তেতিয়া ফুকনেও চোৰ চাই মূলা কৰাৰ উপায় বুদ্ধি কৰে আৰু গাৱঁৰ ডনা-বুজা মুখীয়ালসকলক লগ ধৰি আক্ৰমণৰ ভিতৰুৱা কথাবোৰো কয়। সেইমতে ৰাইজেও নিৰ্দিষ্ট দিনা ৰাতি ইংৰাজৰ শিবিৰত বিহু কৰিবলৈ সম্মতি প্ৰকাশ কৰে। ইফালে চাহাবহঁতৰ লেমটৌ সেই অসমীয়া বিষয়া কেইজনৰ আগত এই বিহুৰ বতৰাও চাহাবলৈ পঠাই দিয়ে। এই বিহুৰ বাতৰি পাই চাহাবহঁত অতিকৈ আনন্দিত হৈ, অতি ধুমধামৰ মাজত তাৰ বহল

'আয়োজন কৰাত লাগি যায়। এতিয়া ইফালে ফুকনৰ আক্ৰমণৰ সুবিধাও ওলাল ; এই সুবিধাতে বিহু গোৱা দলৰ লগত তেওঁৰ প্ৰথম দলো পঠাবলৈ স্থিৰ আৰু আয়োজন কৰিলে। আক্ৰমণৰ আকাৰ-ইঙ্গিত থকা তথ্যপূৰ্ণ বিহুৰ নাম আৰু যোজনা ৰচি ফুকনে সেইবিলাকৰো অৰ্থ বুজাই কলে ; তেনেকৈ ঢোল-তাল-পেপাঁৰ ছেওঁ-মাততো তেওঁৰ অৰ্থপূৰ্ণ ইঙ্গিতবোৰ সংযোগ কৰি সুমুৱাই দি, আক্ৰমণৰ সকলো সুবিধা ঠিক কৰি পেলালে। ঢেকীয়াল ফুকনৰ নাজিৰা আক্ৰমণৰ আঁচনি আছিল এই দৰে :—

(১) মানুহবিলাক চাৰিটা দলত বিভক্ত হব। প্ৰথমটো দলে ছদ্মবেশত ইংৰাজহঁতৰ শিবিৰত বিহু বা হুঁচৰি গাবলৈ যাব। দ্বিতীয় দলে বিহুৱৰ আৰু চণ্টকলৈ গৈ নগাসকল ভটিয়াই অহা লৈ তাত অপেক্ষা কৰিব আৰু সেই ঠাইতে তেওঁলোকক লগ লৈ একেলগে নাজিৰালৈ ভটিয়াই আহিব। নাজিৰাত দিখৌ নৈৰ পাৰত ঠায়ে ঠায়ে সাৱধানে লুকাই থাকি, আক্ৰমণৰ ইঙ্গিতলৈ অপেক্ষা কৰিব। আক্ৰমণৰ নিৰ্দিষ্ট আকাৰ-ইঙ্গিত পোৱাৰ লগে লগে শত্ৰুহঁতক কেওফালৰপৰা আগুৰি আক্ৰমণ কৰিবলৈ ধৰিব। তৃতীয় দলটোৱে নাজিৰাৰ দক্ষিণ-পশ্চিমৰ গোটেই অঞ্চলটো পহৰা দি থাকিব, আৰু চতুৰ্থ দলটোৱে অস্ত্ৰ-শস্ত্ৰৰ যোগান দি দলকেইটাক চাৰিও পিনৰ পৰা সহায় কৰিব।

(২) ঢেকীয়াল ফুকন স্বয়ং বিহু-তলীত উপস্থিত থাকি, তাতে বহুৰূপী চোৰাংচোৱাহঁতৰ পৰা সকলোবোৰ বা বতৰা লৈ থাকিব আৰু সময়-সুবিধামতে মাজে মাজে একোটা অৰ্থপূৰ্ণ যোজনা আৰু ইঙ্গিতপূৰ্ণ ঢোল-তাল-পেঁপাৰ চেওঁমৰাই, দল কেইটাক সঘনে নিৰ্দেশ দি থাকিব।

(৩) দিখৌ নৈৰ পাৰত অসংখ্য নাও বন্ধা থাকিব। আৱশ্যক মতে বাহিনীয়ে সেইফালে দি পাৰ হৈ যাব পাৰিব।

(৪) নাজিৰাৰ ইংৰাজ-শিবিৰ আক্ৰমণ কৰি সকলোটি গৈ

গড়গাৱঁত লগ খাব আৰু তাৰ পিচত কি কি কাম কৰিব লাগিব তাতেই আলোচনা কৰি পিচৰ আঁচনিও প্ৰস্তুত কৰি লব।

(৫) ঢেকীয়াল ফুকনে এই আক্ৰমণৰ পিচত পৰ্বত আৰু ভৈয়ামৰ সবল, নিপোটল আৰু উপযুক্ত মানুহ বাছি লৈ, এটা শকত পৰাক্ৰমী বাহিনী গঠন কৰিব ; দেশ সম্পূৰ্ণ উদ্ধাৰ নোহোৱা পৰ্যন্ত অত্যাচাৰী বগা-বঙালৰ সৈতে এইভাৱেই বাৰে বাৰে যুঁজি থাকিব।

নাজিৰাৰ ইংৰাজ-শিবিৰ। বহাগৰ কুৰি তাৰিখ, ৰাতি। শিবিৰৰ শাৰী-শাৰী চাকিৰ পোহৰত চৌদিশ ভালকৈ দেখা যায়। কেওফালে চালে চকু ৰোৱা,—বেছ জাক্-জমক্, সুন্দৰ, আৰু আনন্দৰ হাঁহি-খিকিন্দালি, ধুমধাম—খদম্-দম্। চাহাবহঁতৰ আগে আগে বিতোপন মেজে মেজে মদৰ বটল-গিলাচ। শিবিৰৰ চাৰিও পিনে শাৰী শাৰী সুসজ্জিত ইংৰাজ-সৈন্যহঁত,—নিজ নিজ কৰ্তব্যত থিয় দি আছে। তেওঁলোকৰ মাজৰ মুকলি ঠাইত—বিহু গাবলৈ যোৱা অসমীয়া ডেকা-গাভৰুসকল। এটা নিৰ্দিষ্ট সময়ত বিহু আৰম্ভ হয়। ঢোল-তালৰ মাতত কাৰো মাত ক'তো শুনিবলৈ নাই, পৃথিবী কঁপিবলৈ ধৰে। গাভৰু-নাচনী ছোৱালীৰ সুললিত সুমধুৰ নাচ-গানত চাহাবহঁতৰো গা-মন ছাতি-ফুটি কৰি নাচিবলৈ ধৰে, তেওঁলোকৰ সৈন্যহঁতৰো গা-মন কেনেবা কেনেবা কৰে। মন্ত্ৰমুগ্ধ সাপৰদৰে ভেবা লাগি চাই চাই, কোনোৱে নাচি দিছে, কোনোৱে আনৰ গাত ধৰি ৰৰকৈ কিৰীলিয়াই মতলীয়া হৈ পৰিছে, আৰু চাহাবহঁতেও ইটোৰ গাত সিটোৱে সাৱটি ধৰি মনৰ স্ফূৰ্তিত নাচিছে-বাগিছে। কাৰো গাত ধৈৰ্য নাই।

সিফালে ফুকনৰ চোৰাংচোৱাই ইটো-সিটো ডাঁৱৰ বাতৰি ডাঁৱে ডাঁৱে দি আছেহি। ফুকনেও বিহু-তলীত থাকি সময়ে সময়ে ইঙ্গিতপূৰ্ণ একোটা ঢোলৰ ছেও মৰাই বাহিনীক দৰ্কাৰি নিৰ্দেশবোৰ দিবলৈ ধৰিছে। সিফালে মানুহবিলাকেও নিজ নিজ

ঠাইত তেওঁলোকৰ নায়কৰ নিৰ্দেশ পাবলৈ বাট চাই আছে। কেওফালে যেন স্বয়ং কালান্তক যম আহি অপেক্ষা কৰি আছে।

বিষম সময়, কূঁজত কিল। চাহাবহঁতে বটলে বটলে মদ খাই তেনেই উন্মাদ হৈ, গাভৰুহঁতৰ মাজত সোমাই টনা-আজোঁৰা কৰি হুলস্থূল আৰম্ভ কৰিবলৈ ধৰে; ঠিক্ সেইদৰেই সিহঁতৰ সৈন্য-বোৰেও অতি বেয়া ধৰণেৰে উদ্ভগালি কৰিবলৈ ধৰাত, ফুকনৰ ধৈৰ্য-সীমা নোহোৱা হয়। এইয়ে অতি সোণালি সুযোগ পাই তেওঁ আক্ৰমণৰ নিৰ্দেশ দিয়ে। এক মুহূৰ্ততে অসমীয়া বাহিনীয়ে শত্ৰুহঁতৰ ওপৰত জঁপিয়াই পৰি, ভীষণভাবে আক্ৰমণ কৰে; মৰা-মৰি, কটা-কটি, গুলিয়া-গুলিৰ সীমা নোহোৱা হয়। সেইভাৱে ইংৰাজ-সৈন্যেও পাৰে মানে যুঁজিবলৈ ধৰে,—বন্দুকৰ শব্দ-ধ্বনিয়ে পৃথিবী কঁপাই তোলে,—মানুহৰ চিঞঁৰ-বাখৰত গগন ফাটে। সিফালে ইংৰাজৰ অফিচ আৰু খাৰ-ঘৰত আকাশ চেলেকি 'হোঁ-হোঁ' বিৰাট ধ্বনিৰে প্ৰকাণ্ড জুই উঠি গোটেই নাজিৰা দিন যেন পোহৰ কৰি পেলায়। নগা বাহিনীয়েও শত্ৰুহঁতৰ যাকে য'তে পালে, তাতেই এফালৰপৰা কচুকটা দিলে। কেওফালে তেজৰ নৈ বৈ গ'ল,—নাজিৰা ভয়ঙ্কৰ মৰিশালিত পৰিণত হ'ল। নাজিৰা আক্ৰমণত অসমীয়া ৰাইজৰ আশাতীতভাৱে জয় হয় আৰু ৰাইজে তেতিয়া ঢেকীয়াল ফুকনৰ মঙ্গল কামনা কৰি হৰিধ্বনি দিলে।

অমৃতত বিহ। ৰংপুৰত পিয়লি ফুকন বন্দী হ'ল। পিয়লিৰ বাতৰিত ফুকনৰ মূৰত যেন আকাশ ভাগি পৰে,—ৰাইজৰ মাজত কাঁহ পৰি জীণ যায়,—বিষাদ কালিমাই আৱৰি ধৰে। তেওঁলোকে ইমান দুখ-কষ্টৰ মাজত আয়োজন কৰা, সেই প্ৰথম বিদ্ৰোহ আক্ৰমণ তেনেদৰে অথলে যাবলগীয়া হোৱাত, তেওঁলোক মৃতপ্ৰায় হয়। পিয়লিৰ বাবে সকলোৰে প্ৰাণে কান্দে আৰু কেনেকৈ তেওঁক শত্ৰুহঁতৰ হাতৰ পৰা উদ্ধাৰ কৰিব পাৰে, তাৰেই এতিয়া সদুপায় চিন্তে। তেওঁলোকে বুজিছিল যে, প্ৰাণৰ পিয়লি ফুকনক

যি কোনো উপায়ে উদ্ধাৰ কৰিব নোৱাৰিলে, অসম উদ্ধাৰৰ আশা মিছা। গতিকে শত্রুইঁতৰ গুলিৰ মুখত প্ৰাণ এৰিবলগীয়া হলেও, তেওঁক যেনেতেনে উদ্ধাৰ কৰি আনিবলৈ তেওঁলোক দৃঢ়প্ৰতিজ্ঞ হয়।

প্ৰতিজ্ঞা যেনে কামো তেনে। পিয়লিৰ সঠিক্ বাতৰি আনিবলৈ চোৰাংচোৱা যায়, নানা উদ্ধাৰৰ আয়োজন চলে, আৰু নেৰা নেপেৰা যত্নও। কিন্তু চতুৰ ইংৰাজে পিয়লিক এনে ভাৱে বন্দী কৰি লৈ ফুৰিছে যে, তেওঁক কেতিয়া কলৈ নিয়ে, কি কৰে, আৰু ক'ত থয়—এইবোৰ জানিবৰো কোনো উপায় নোহোৱা হৈ পৰে। চোৰাংচোৱাহঁত বিবুদ্ধি হয়, চিকণ ঢেঁকীয়াল ফুকনৰ চিন্তাৰ মাত্ৰা বেছি হৈ পৰে। অৱশেষত তেওঁ নিজে নানা ছদ্মবেশত পিয়লিৰ অনুসন্ধানত নামে। যি কোনো উপায়ে তেওঁৰ সঠিক্ বাতৰি পালেই, তেওঁৰ বিবিধ উপায়ৰ দ্বাৰা পিয়লিকে উদ্ধাৰ কৰি আনিব,—এইয়ে হয় ফুকনৰ একমাত্র প্ৰাণৰ আশা।

বিপদৰ উপৰি বিপদ। সিফালে ব্ৰহ্মপুত্ৰত কলিয়াবৰলৈ ভটিয়াই যোৱা অন্যজন নায়ক নুমলী গোহাঁয়ো ধৰা পৰে। নুমলী গোহাঁইৰ হাত-পেৰাত বিদ্ৰোহীসকলৰ নামৰ তালিকাখনো শত্রুৱে পায়। এতিয়া সেই তালিকা মতেই প্ৰধান প্ৰধান বিদ্ৰোহী কেইজনক ধৰিবলৈ ইংৰাজৰ সুবিধা ওলায়। সেই তালিকা মতে চিকণ ঢেকীয়াল ফুকনকো বন্দী কৰিবৰ বাবে দলে দলে গোৰা-চিপাহীহঁত বাহিৰ হয়, গাৱেঁ-ভূঁঞে পিতাপিত কৰি তেওঁক পাত্-পাত্কৈ বিচাৰিবলৈ ধৰে। কেওফালে বিচাৰি চলাপাত কৰিও তেওঁক নাপাই সিহঁতে খঙত তেওঁৰ ঘৰ-দুৱাৰবোৰ পুৰি পেলায় আৰু ঘৰৰ আপুৰুগীয়া বয়বস্তুবোৰ জব্দ কৰি লৈ যায়। পিচত ফুকনৰ বংশ-পৰিয়ালসকলক তেওঁৰ সঠিক্ খবৰ বিচাৰি নানাভাৱে মাৰ-কিল, শাস্তি কৰি বন্দী কৰে; তথাপিও তেওঁৰ কোনো খবৰ নাপাই চাহাবহঁত অতিকৈ হতাশ হয়। এইভাৱে

নাজিৰা আক্ৰমণৰ প্ৰধান বিদ্ৰোহীজনক ধৰিব নোৱাৰি, পিচত ঠায়ে ঠায়ে গোৰা-চিপাহী ৰাখি কাৰা পহৰা দিয়াৰ ব্যৱস্থা চলায়।

মানুহে কোদোৰ বাহত জুই দি ৰক্ষা নোপোৱা হয়। শত্ৰুহঁতৰ উৎপাত-অত্যাচাৰ আগতকৈ দুগুণে বেছি হবলৈ ধৰে। মানুহৰ মান-সন্মানৰ চিন্ নাথাকে; অইনকি তিৰুতাসকলৰো সতীত্ব ৰক্ষা নপৰা হৈ উঠে গৈ। মানুহৰ জীৱন কেৱল বগা-বঙালহঁতৰ গুলিৰ মুখত ৰয়গৈ। শেষত সিহঁতৰ তেনেবোৰ অসহনীয় অত্যাচাৰত থাকিব নোৱাৰি, অসমীয়াৰ বহুতো মানুহে ঘৰ-বাৰী এৰিথৈ নগা-পৰ্বতলৈ পলায় যায়। ইংৰাজসকলে অসমীয়া মানুহৰ এই স্বাধীনতা-সপোন চিৰকাললৈ লুপ্ত আৰু নাইকিয়া কৰিবৰ অভি-প্ৰায়ে—ইয়াৰ জনা-বুজা সকলকো বন্দী কৰি,—কাৰোবাক জীৱনভৰ ফাটেক, কাৰোবাক দেশান্তৰি আৰু কাৰোবাক নজৰ-বন্দী কৰে। এই লস্কৰী আইনৰ দ্বাৰা অসমীয়া মানুহক যুগযুগান্তৰলৈ মূৰ তুলিব নোৱাৰাকৈ কোঙা আৰু পঙ্গু কৰাত লাগে। তাৰোপৰি স্বাধীন অসমৰ অপূৰ্ব্ব মঠ-মন্দিৰ-স্মৃতি ভাঙি মনৰপৰা অতীতৰ বীৰত্ব-কাহিনী, ভাবধাৰা মচি নাইকিয়া কৰাৰো অপচেষ্টা চলায়। গড়-গাওঁৰ সিংহদ্বাৰ, খাৰঘৰ, অপূৰ্ব দূৰ্গ, পকী-ঘৰবোৰ ভাঙ্গি-খহাই সেইবোৰৰ চিন্চাব নাইকিয়া কৰে, গাওঁবিলাকৰ ওখ-ডাঙৰ বাট-চ'ৰা, চ'ৰাঘৰ, বৰঘৰ এইবোৰো নষ্ট কৰে; তাৰোপৰি মানুহৰ সাতাম পুৰুষীয়া অতি আপুৰুগীয়া সম্পত্তি—অস্ত্ৰ-শস্ত্ৰ, বন্দুক-বাৰুদ, পুথি-পাঁজি, অয়-অলঙ্কাৰবোৰ লুটি নি, কিছু নৈ-বিল-পুখুৰীত পেলায় আৰু কিছুমান নিজৰ দেশলৈ লৈ যায়। ঠিক এইদৰেই সিফালে ৰংপুৰতো তাৰ অসংখ্য পুৰণি কীৰ্তি নষ্ট কৰে, ৰংপুৰ নঙঠা হয়,—তাৰ অপূৰ্ব ৰূপ-সৌন্দৰ্য হেৰাই যায়। ৰাতি-দিনে অবিৰাম গোৰা-পল্টন চিপাহীহঁতৰ মইমতীয়া ঘিট্‌ঘিটনি, অত্যাচাৰ, মাৰ্-ধৰ্ এইবোৰৰ মাত্ৰা দিনক দিনে বাঢ়ি যাবলৈ ধৰে৷

মন্ত্ৰৰ সাধন কিম্বা শৰীৰ পতন। ঢেকীয়াল ফুকনৰ তিলমানো

জিৰণি নাই। অপাৰ দুখ-কষ্ট আৰু বিপদ-আপদৰ মাজত্তো প্ৰতিজ্ঞা ৰক্ষাৰ্থে পিয়লিৰ উদ্ধাৰৰ চেষ্টাত অবিৰাম ঘূৰিবলৈ ধৰে। তেওঁৰ পিচত শত্ৰু, আগত শত্ৰু, আৰু শত্ৰুপক্ষৰ অসংখ্য চোৰাং-চোৰা; বাটে-ঘাটে ইংৰাজৰ দলে দলে পালি-প্ৰহৰী। শেষত ফুকনে অগত্যা তলাতল ঘৰৰ বৃহৎ সুৰঙ্গত আশ্ৰয় লবলৈ বাধ্য হয়। সেই সুৰঙ্গৰ পৰাই অনুসন্ধানৰ কাম চলাবলৈ উপায়-বুদ্ধি কৰে।

কৌশলযুক্ত পকী সুৰঙ্গ। ই অতি আহল-বহল। ভিতৰত ইফালে-সিফালে যাব পৰা একো একো সৰু বাট, তাৰ মাজে মাজে হৰেক বিধৰ কাৰু-কাৰ্যৰে পূৰ্ণ একোটা কোঠা। সেই কোঠাৰ ভিতৰত কৌশলপূৰ্ণ পোহৰৰ ব্যৱস্থাও আছে, কেতিয়াবা এন্ধাৰ আৰু কেতিয়াবা পোহৰো কৰিব পাৰি। সুৰঙ্গত সৰ্বমুঠ তিনিকুৰি চাৰিখন পকী দুৱাৰ,—সেইবিলাক কেনেকৈ পাৰ হব পাৰি, তাৰো নিয়ম আছে। সেই নিয়মবোৰ নাজানিলে ওলোৱা সোমোৱাত বিপদো হয়। খুব সম্ভৱ, আহোম-স্বৰ্গদেৱসকলৰ সোণ-ৰূপ-খচিত ৰাজ-সিংহাসন, ৰাজ-মুকুট আৰু অন্যান্য বহুমূলীয়া অয়-অলঙ্কাৰ-বিলাক এতিয়াও সেই প্ৰকাণ্ড সুৰঙ্গৰ ভিতৰতেই থোৱা আছে।

ঢেকীয়াল ফুকনে নিতৌ তেওঁৰ লগৰীয়াবিলাকৰ সৈতে সেই সুৰঙ্গৰ পৰা আহে আৰু যায়। পিচত এদিন শেনচকুৰা ইংৰাজ চাহাবহঁতৰ নজৰত পৰাত, সিহঁতে তাত অতি সাৱধানে জোপ্ লয়। ফুকনে আনকালৰ দৰেই সেইদিনাও সন্ন্যাসীৰ ছদ্মবেশত ৰংপুৰৰ পৰা গড়গাঁৱলৈ বুলি সুৰঙ্গলৈ যায়। তলাতল ঘৰৰ অকোৱা-পকোৱা বাটে দি গৈ গৈ সুৰঙ্গৰ মুখ পায়। আগৰ পৰাই তলাতল ঘৰত জোপ্‌লৈ থকা চাহাবহঁতে দেখে যে, সেই সন্ন্যাসীজন অকাই-পকাই তললৈ নামি গৈছে আৰু একেবাৰে তলত থকা সুৰঙ্গৰ মুখ পাইছে গৈ। তেতিয়া চাহাবহঁতৰ মনত নানাভাবে খুন্দিয়াবলৈ ধৰে, আৰু সন্ন্যাসীজনৰ পিচে পিচে আগুৱাই গৈ গৈ সুৰঙ্গৰ ভিতৰ সোমায়।

ইফালে ফুকনে সুৰঙ্গৰ প্ৰথম দুৱাৰখন পাৰ হৈ দ্বিতীয়খনত তেওঁৰ লগৰীয়াসকলক লগ পায়। তেওঁ এবাৰ হঠাৎ পিচৰ ফাললৈ লক্ষ্য কৰি দেখে যে, পিচে পিচে শত্ৰু আহি ওচৰ পাওঁ পাওঁ। এক নিৰুপায় অৱস্থাত সেই অপ্ৰস্তুত ভাৱেই শত্ৰুহঁতক বাধা দিবলৈ হাতত বন্দুক তুলি লয়, অন্যান্য লগৰীয়াসকলেও তেনেকৈ হাতে হাতে বন্দুক লৈ আগবাঢ়ে। উভয়পক্ষৰ মাজত ভীষণ গুলিয়া-গুলি হয়, বন্দুকৰ শব্দ-ধ্বনিত সুৰঙ্গ কঁপি উঠে। সেইভাবে যুঁজি থকা অৱস্থাতে হঠাৎ শত্ৰুৰ বন্দুকৰ গুলিয়ে ফুকনৰ বুকু ভেদ কৰি যায়, বুকুৰ কেঁচা তেজেৰে সুৰঙ্গ ৰঙা হৈ পৰে, ফুকন অজ্ঞান অৱস্থাত তাতে ঢলি পৰি মৃত্যু হয়। নিয়তিৰ অভিশাপ, অসমৰ দুৰ্ভাগ্য দেশহিতৈষী চিকণ ঢেকীয়াল ফুকনৰ প্ৰাণৰ আশা-আকাঙ্ক্ষা পূৰ্ণ হবলৈ নাপালে। প্ৰাণৰ বন্ধু, সহকৰ্মী, প্ৰধান নায়ক, পিয়লি ফুকনৰ অনুসন্ধানত কোনোবা নেদেখা-নজনা অজান দেশলৈ গুচি গ'লগৈ!

ইয়াৰ পিচত চাহাবহঁতে ফুকনৰ সঙ্গীহঁতকো ধৰিবলৈ সেই সুৰঙ্গৰ বাটে বাটে আগবাঢ়ি যায়; এনেতে হঠাৎ সুৰঙ্গৰ পোহৰ নাইকিয়া হয়। সুৰঙ্গৰ ঘোৰ অন্ধকাৰত একো মনিব নোৱাৰি, বাট হেৰুৱাই, চাহাবহঁতে ভয়ত ইটোৰ গাত সিটোৱে সাৱটি ধৰি টেটু ফালি ফালি পাৰেমানে চিঞঁৰিবলৈ ধৰে। সিহঁতৰ তাৰপৰা কোনো মতেই ওলাই আহিবৰ সাধ্য নহ'ল। শেষত সেইভাবে চিঞঁৰি-চিঞঁৰি, কান্দি-কাতি, মূৰ্চ্ছা গৈ, চাহাবহঁতৰো তাতেই মৃত্যু ঘটে। বাহিৰত চাহাবহঁতৰ লগৰীয়াসকলে এদিন নহয়, দুদিন নহয়, ছয়দিন পৰ্যন্ত অপেক্ষা কৰিলে,—তথাপিও কোনো শুংসূত্ৰ পাব নোৱাৰি, তেওঁলোক মৰিছে বুলি নিশ্চয়কৈ ধৰি লয়। তাৰ পিচত চাহাবহঁতে তেতিয়া কথা বিষম বুজি, সুৰঙ্গৰ মুখত শিল আৰু ইটা দি মুখখন বন্ধ কৰে আৰু তাৰ লগতে তলাতল ঘৰৰ তলৰ তিনি মহলো তেনেকৈ পুতি পেলায়।

কিছুদিনৰ মূৰত মানুহৰ পৰা সেই সুৰঙ্গৰ বিৱৰণী জানিবলৈ পাই, ইংৰাজসকলে তেতিয়া সিফালৰ গড়গাঁৱৰ কাৰেং ঘৰৰ তলৰ সুৰঙ্গৰ মুখখন আৰু কাৰেঙৰ তিনি মহলো শিল আৰ ইটা দি পোতায়। কাৰেঙৰ আপুৰুগীয়া সা-সম্পত্তিবোৰ গোৰাচিপাহীয়ে তাৰ পৰা তুলি লৈ যায় আৰু তেতিয়াৰ পৰাই মানুহে আগৰদৰে তালৈ যাবও নোৱাৰা হয়। ৰাজ-কাৰেং চাহাবহঁতৰ খেলা-ঘৰ হৈ পৰে,—সিহঁতে তাত অবাধেই টিঘিল্ ঘিলাবলৈ ধৰিলে।

তেতিয়াৰ পৰাই গড়গাওঁ আৰু ৰংপুৰ নগৰৰ অৱস্থা বেয়া হৈ মৰিশালিত পৰিণত হয়; তাৰ দুৰ্জয় অট্টালিকাবোৰো তেতিয়াৰ পৰাই নঙঠা অৱস্থাত, দিনক দিনে জহি-পমি, খহি-ভাগি নাইকিয়া হবলৈ ধৰে।*

---

* 'সংগ্ৰাম'ত প্ৰকাশিত।

## লাবৰ বকতীয়াল বৰুৱা

[ এই জন দেশ-হিতৈষী পুৰুষে, অসমীয়াই ইংৰাজ-খেদিবলৈ আয়োজন কৰা প্ৰথম বিদ্ৰোহত আৱশ্যকীয় খাদ্য-দ্ৰব্যাদিৰ কেনেকৈ যোগান ধৰি অসমীয়া-বাহিনীকে সহায় কৰিছিলে,—ইয়াত তাকেই দেখুওৱা হৈছে। ]

বুৰঞ্জী প্ৰসিদ্ধ বকতা এখনি টাই-আহোমৰ অতি ঘন বসতি ঠাই। আহোম সকলৰ পৌৰাণিক সভ্যতা, ভাষা, কৃষ্টি, কাৰ্য-কলাপৰ নিদৰ্শন বুকুতে সাৱটি লৈ, আজিও বকতা চিৰ উজ্জ্বল আৰু চিৰ গৌৰৱান্বিতা হৈ আছে। প্ৰাকৃতিক সৌন্দৰ্যৰে মনোৰম, বিবিধ শস্যৰে ভৰপূৰ হৈ বকতা তাৰ প্ৰতিবাসীসকলক সুঠাম, সবল, আৰু প্ৰকৃত অসমীয়া কৰি আজিও জয়-জয় ময়-ময় কৰি ৰাখিছে। এই ঠাইতেই এদিন স্বৰ্গদেৱসকলে সিবিলাকৰ নগৰ পাতি দেশ-শাসন কৰিছিলে, এই ঠাইতেই তেওঁলোকৰ পৱিত্ৰ দেউশাল আৰু ঈশ্বৰ-উপাসনাৰ কেন্দ্ৰস্থল কৰি লৈছিলে; এই ঠাইতেই মহন, দেঁউধাই, বাইলুং আহোম-পুৰুহীতসকলৰ ধৰ্মচৰ্চা, টাইভাষাৰ গভীৰ অধ্যয়ন—আহোমসকলৰ সভ্যতা বিস্তাৰৰ বহুল চিন্তা আৰু গভীৰ আলোচনাও কৰিছিলে। ওচৰতে ৰঙা গঢ়া, চক্ৰাই, সাগৰ বেঢ়া, বাঁহ-গড়, লাকুৱা, নঙলা মৰা, পাটসাকু, শালগুৰি, নিমনাগড় এই-বিলাকে একো একো বুৰঞ্জীৰ তথ্য-পাতি বুকুত লৈ আজিও তাত প্ৰখ্যাত হৈ আছে। হেৰুৱা মাণিক বিচাৰি ফুৰাসকলে, ছশবছৰীয়া ৰাজত্বৰ চমু-আভাস,—সঠিক্ সন্ধান,—সেই বিষয়ৰ অভিজ্ঞতা এই বকতাতেই আজিও বিচাৰি পাব পাৰিব বুলি কব পৰা যায়। আজি কালক্ৰমে সেইবিলাকৰ ম্লান অৱস্থা হলেও, প্ৰাকৃতিক নিদৰ্শনে আংশিক ভাৱে হলেও তাৰ আভাস-বিৱৰণী ডাঙি ধৰিব পাৰিছে।

সেই পৱিত্ৰ ঠাইখনিতে জন্মগ্ৰহণ কৰিছিলে,—এজন সমাজ সেৱক, দেশপ্ৰেমিক, গুণী পুৰুষে—যাৰ নাম বুৰঞ্জীৰ পিঠিত সোণালী

আখৰেৰে লিখা আছে। সেই গৰাকীয়েই এই খণ্ড বিৱৰণীৰ বিশিষ্ট বীৰপুৰুষ লাবৰ বকতীয়াল বৰুৱা। এওঁ বকতাৰ অতি সম্ভ্ৰান্ত বংশীয় দেওধাই খেলৰ সন্তান,—যি বাল্যকালৰ পৰাই টাই-ভাষাত পণ্ডিতালি দেখুওৱাৰ উপৰিও, আহোম বুৰঞ্জীৰ প্ৰতি অত্যন্ত শ্ৰদ্ধা-ৰাপ, আৰু পূৰ্ব্ব সম্বন্ধ জীয়াই ৰাখিছিল।

তেওঁৰ অনুপ্ৰেৰণাৰ বলতেই বকতা-ৰাইজে টাই-কৃষ্টি বিলাক এনেভাৱে সজীৱ কৰি থৈছিল যে, এই জাতিৰ নাম শুনিলেই দহ-বন কাটি কৰি থৈও সেই বিষয়ৰ যেই কোনো অনুষ্ঠানত উপস্থিত থাকেহি। স্বৰ্গদেৱসকলৰ আৰু বীৰ-বীৰাঙ্গনা—এই সকলৰ তিথি-উৎসৱ পাতি, ভক্তিভাৱে পূজা-উপাসনাৰ আয়োজন কৰে; আৰু সিবিলাকৰ আত্মাৰ সদগতি অৰ্থে প্ৰতি বছৰত সেই পূজা-পাতল পাতি, জাতিৰ গৌৰৱলৈও সোঁৱৰাই দিয়ে। স্বাধীন অসমৰ সামাজিক ৰীতি-নীতিৰ প্ৰতিও এই অঞ্চলৰ ৰাইজৰ প্ৰেৰণা আৰু ভাবভক্তি অদ্য পৰিমিতো সজীৱ হৈ আছে বুলি কলেও মিছা নহয়। সেই ৰীতি অনুযায়ী কাক কেনে আসন দিব লাগে আৰু কাক কেনেভাবে সন্মান কৰিব লাগে—এইবোৰো যুগে যুগে প্ৰচলিত হৈ আহিছে। পূৰ্বপুৰুষ সকলৰ আচাৰ-ব্যৱহাৰ ভঙ্গ কৰি অবাটে যোৱা দেখিলে এওঁলোক স্বভাৱতে মৃতপ্ৰায় হয়; তাৰ উপৰিও মানুহৰ গুৰি-গোষ্ঠীৰ বিচাৰ লবলৈ এওঁলোকৰ বৰ আগ্ৰহ। এওঁলোকে জানে যে, ভাল গোষ্ঠীৰ সন্তানে ভাল কাম কৰে, আৰু গোষ্ঠীৰ ঠিক্ নোহোৱাহঁতেই সদায় কেৱল পাপ আৰু অসৎ কামত লিপ্ত থাকে। এই কাৰণেই কি ৰাজহুৱা, কি ব্যক্তিগত, কি বিবিধ অনুষ্ঠান—এইবোৰত সেই সংবংশৰ লোক কহে ববমূৰীয়া-পাতি যি কোনো কামত ধৰে।

বকতাৰ বাসীন্দাসকল প্ৰায়েই সংবংশৰ লোক। ইমান স্বাস্থ্য, ইমান শকত-আৱত, ইমান তেজাল লোক অসমৰ অইন ঠাইৰ ক'তো দেখিবলৈ পোৱা নাযায়। কথাত গহীন, কামত ধীৰ, ফুৰণ চাকণত

গুৰু-গম্ভীৰ ভাব-ভঙ্গী,—এইবিলাকলৈ লক্ষ্য কৰিলেই এই বংশৰ ভাল পৰিচয় পাব পাৰি। দেশ বগা-বঙালৰ হাতলৈ গলেও, পুনৰ স্বাধীন হোৱাৰ আশা তেওঁলোকৰ প্ৰাণে প্ৰাণে সজাগ হৈ থাকে ; তাৰবাবে যি কোনো মুহূৰ্ত্তেই কামত দেহে কেহে জঁপিয়াই পৰিবলৈও আগবাঢ়ি আছিল। মানুহ বিলাক—প্ৰকৃততে সৰল, সৰবৰহী, সৎস্বভাৱৰ,—আনক হিংসা বা অন্যায় কৰা তেনে বদ্ স্বভাবক তেওঁলোকে ঘিণ কৰে, অইনকি ওচৰ চাপিবলৈও নিদিয়ে। কিন্তু, কাৰোবাৰ পৰা সেইভাৱে অসৎ ব্যৱহাৰ পালে—তেনেলোকৰ ৰক্ষা নাই,—তেওঁলোকে তেনে পাপৰ কঠোৰ প্ৰায়শ্চিত্ত নকৰাকৈও নাথাকে। চমুভাৱে কবলৈ গলে,—তেওঁলোক ভালত ভাল আৰু বেয়াত যম-কাল।

শস্য-শ্যামলা বকতাৰ খেতি-পথাৰ, ধন-ধানৰ শাক-পাচলিৰ উৎপাদনো কম নহয়। এনে ৰমাল মাটিবাৰী অসমৰ অইন ঠাইত কমেহে আছে ; প্ৰত্যেকেই নিজে খায়ো দহজনক খোৱাৰ পৰাতো সঁচাকৈয়ে অতি গৌৰবৰ কথা। গাখীৰ-পানী, মাছ-কাছ, শাক-পাচলি—এই বিলাকেৰে ভৰপূৰ্ বকতা,—যাক লখিমী আইৰ শ্ৰেষ্ঠ বাসস্থানো বুলি কব পৰা যায়।

এনে অপূৰ্ব পুণ্যস্থানতে জন্মগ্ৰহণ কৰে—এই প্ৰবন্ধৰ নায়ক—লাবৰ বকতীয়াল বৰুৱাই চৰাইদেউৰ জীৱন-মৰণৰ গুৰুত্বপূৰ্ণ আলোচনালৈ আহ্বান কৰা মতে তেওঁ তাত উপস্থিত থাকি সেই আলোচনাৰ আগ ভাগ লয়। বাইজৰ সৰ্বসম্মতিক্ৰমে এইজনা ডাঙৰীয়াৰ ওপৰতেই আমাৰ সৈন্যবাহিনীৰ আৱশ্যকীয় খাদ্য-দ্ৰব্যাদি যোগানৰ ভাৰ পৰে। বীৰৰ পুত্ৰ বীৰ, তেওঁ বিনা আপত্তিৰে এনে এটা দায়িত্ব কামৰ ভাৰ মূৰ পাতি লয়। অন্ততঃ চাৰি-পাঁচ হেজাৰ মানুহৰ দৈনিক খাদ্যৰ যোগান ধৰা কাম, কিমান কঠিন আৰু মহৎ,—নকলেও বুজিব পৰা যায়।

বগা-বঙালহঁতক আক্ৰমণ কৰিবলৈ বহাগৰ কুৰি তাঁৰিখৰ দিনা

স্থিৰ হয়। তাৰ চাৰি-পাঁচ মাহৰ আগৰে পৰাই মানুহবিলাকক আৱশ্যকীয় প্ৰশিক্ষণ দিবলৈ ধৰে; বেলেগ বেলেগ ঠাইত এই শিক্ষাৰ কামো আৰম্ভ হয়। সেই অনুপাতে বৰুৱাই সেই বেলেগ বেলেগ ঠাইলৈ খাদ্য-দ্ৰব্যাদি পঠাই, নিজৰ কৰ্ত্তব্য-কামত অতি নিপুণতাৰ পৰিচয়ো দিছিল। লাবৰ বৰুৱাই তেওঁৰ কেনে আঁচনি তৈয়াৰ কৰি কামবোৰ পৰিপাটিকৈ কৰিছিল,—তাৰ আভাসো ইয়াত ডাঙি ধৰা হৈছে।

(১) দিখৌ মুখৰ-বাহিনীৰ বাবে সেই অঞ্চলত পাঁচোটা, ৰংপুৰৰ বাবে দহোটা আৰু নাজিৰাৰ নিমিত্তে ঠায়ে ঠায়ে সাঁতোটা খাদ্যবস্তুৰ ভঁৰাল থাকিব। চাউল, মাহ, নিমখ, তেল, হালধী, পান-তামোল, জলকীয়া, লাও-কচু, শাক-পাচলি, গাখীৰ-গুৰ, মাছ, মাংস, দৈ, চিৰা, সান্দহ, পিঠা, কল-কুঁহিয়াৰ, পাত-পত্ৰ, খৰি-কাঠ, চৰু-হাড়ি, ঔষধ-পাতি, হাঁহ, ছাগলি, মদ-গাহৰি—এইবোৰবেই ভঁৰালবোৰ পূৰ্ণ হৈ থাকিব।

(২) প্ৰত্যেক গাৱঁৰ প্ৰতি ঘৰে দৈনিক পাঁচ সেৰৰ পৰা দহ সেৰ চাউল, তিনি কলহৰ পৰা পাঁচ কলহ সান্দহ-পিঠা, দুসেৰৰ পৰা চাৰি সেৰ চিৰা, আৰু একলহৰ পৰা দুকলহ সাজপানী ভঁৰালত জমা দিব লাগিব। এই ভাৰ কেৱল গাৱঁৰ তিৰুতাসকলৰ ওপৰত থাকিব; তেওঁলোকেই সেইবোৰ কৰি দিব লাগিব।

(৩) প্ৰত্যেক গাৱঁৰ বুঢ়াসকলে খৰি-কাঠ, খৰাহী-পাচি, পাত-পত্ৰ, তামোল-পান, শাক-পাচলি, কল-কুঁহিয়াৰ সংগ্ৰহ কৰিব লাগিব আৰু নিজ নিজ ভঁৰাললৈ পঠাই দি ভৰাঁল ভৰাব লাগিব।

(৪) প্ৰত্যেক গাৱঁৰ ডেকা সকলে ঘৰে ঘৰে গৈ গাখীৰ-গুৰ, হাঁতৃ-পাৰ-ছাগলি-গাহৰি, চৰু-হাড়ি সংগ্ৰহ কৰি ভৰাঁল ভৰাব লাগিব। তাৰ উপৰিও ঘৰে ঘৰে গৈ চাউল-পাত আদি গোটাই আনি ভৰাঁলৰ ভঁৰালীক জমা দিব লাগিব। যাতে তালিকাৰ কোনো বস্তু ভৰাঁলৰ অভাৱ হৈ নাথাকে, তাৰ বাবেও সতৰ্ক হব লাগিব।

(৫) বেজ-কবিৰাজসকলে সকলো প্ৰকাৰৰ ঔষধপাতি ভৰাঁলত যুগুত কৰি থব লাগিব; যেতিয়াই আৱশ্যক হয় সেইবোৰৰ ব্যৱহাৰত তেওঁলোকো নামিব লাগিব।

(৬) প্ৰত্যেক গাৱঁৰ গাভৰু-বোৱাৰীসকলে পাল পাতি, দুদিনৰ আঁতৰে আঁতৰে শিক্ষা-কেন্দ্ৰস্থলত সৈন্যবাহিনীৰ বাবে ৰন্ধা-বঢ়া কৰিব লাগিব। পৰাপক্ষত তেওঁলোকক সেই কামত সহায় কৰিব লাগিব, গাৱঁৰ বুঢ়া-মেঠা বয়সস্থ সকলে।

(৭) গুদামৰ ৰখীয়াসকলে প্ৰতিদিনে কিমান মানুহৰ বাবে ৰান্ধা-বঢ়া কৰিব লাগিব, সেই বিলাকৰো হিচাব ৰাখি, সেইমতেই ভৰাঁলৰ পৰা বয়-ৰস্তু উলিয়াই দিব লাগিব। ভৰাঁলৰ কোনো বস্তু অবাবত নষ্ট কৰিব নোৱাৰিব।

(৮) প্ৰত্যেক দিনে পুৱাৰ লগে লগে এবাটিকৈ জলপান, দুপৰীয়া মাছ-মাংসৰে ভাত-পানী, আবেলি ফল-মূল-জলপান আৰু ৰাতি ভাতপানী-মদ-মাংস দিব লাগিব। যি যিটো ভাল পাই, সেইমতেই সেই সেই বয়-বস্তু খাবলৈ দিব লাগিব।

(৯) প্ৰত্যেক ভৰাঁলৰ দায়িত্বত এশজনকৈ মানুহ থাকিব,—তেওঁলোকেই নিজ নিজ ভৰাঁল পৰিচালনা কৰিব লাগিব। আৱশ্যকীয় বস্তুৰ কোনোমতেই কম বা অভাৱ হব নোৱাৰিব। সৈন্যবাহিনীৰ দৰ্কাৰ মতেই তেওঁলোকক ভঁৰালৰ পৰা খাবলৈ দিব লাগিব।

বৰুৱা ডাঙৰীয়াই নিজৰ আঁচনি মতে সকলো কাম কৰি যায় আৰু তেওঁৰ এই দিহা-পৰামৰ্শ মতেই কামো হোৱাত, কোনো ঠাইৰ কোনো মানুহৰেই কষ্ট বা অসুবিধাও হবলৈ নাপাইছিলে। মানুহ-বিলাকেও দেশ-উদ্ধাৰৰ কামত দেহে-কেহে খাতি, যাৰ গাত যি যি ভাৰ পৰিছিলে—ঠিক সেইমতেই কৰিও গৈছিল। বস্তুৰ ভৰাঁল সদায় নদন-বদন অৱস্থাত মেটমৰা হৈ থকাৰ বাবেই আমাৰ সৈন্য-বাহিনীৰ থকা-খোৱাত অলপো মস্কিলে বা অসুবিধাইও দেখা দিয়া

নাছিলে। জনসাধাৰণ প্ৰজাবিলাকেও দেশৰ কামত ঘৰৰ সকলো-বিধৰ বয়-বস্তু দিবলৈ পোৱাত আৰু শ্ৰমদানো দিয়াৰ সুবিধা পাই, নিজকে নিজে অতি ভাগ্যবান বুলি অনুভবো কৰিছিলে।

দেশৰ অৰ্থে বকতীয়াল বৰুৱাই যি অদ্ভুত কষ্ট স্বীকাৰ কৰি ৰাতি-দিন সমানে কাম কৰিছিলে, সেই বিলাকো কোনো কালেই পাহৰিব নোৱাৰা কথা। তেওঁ নিতৌ এটা বগা ঘোঁৰাত উঠি অলৈ তলৈ অহা-যোৱা কৰে। হয়তো কেতিয়াবা একে ৰাতিৰ ভিতৰতে বকতাৰপৰা দিখৌ মুখ আৰু দিখৌ মুখৰপৰা নাজিৰা আৰু ৰংপুৰলৈ গৈ ভঁৰালবিলাকৰ খবৰ লৈছিলে। গাৱেঁ গাৱেঁ ফুৰি মানুহক উৎসাহ-উদ্যম দি,—দায়িত্বৰ প্ৰতি সোৱঁৰাই আছিলে হেতুকেই কামবোৰ নিয়াৰিকৈ হবলৈ ধৰিছিলে।

আক্ৰমণৰ পিচত পিয়লি ফুকন আৰু মুমলী গোঁহাই ইংৰাজৰ হাতত ধৰা পৰাত, দেশৰ পৰিস্থিতিয়ে অন্যৰূপ ধাৰণ কৰে। ইংৰাজ সৈন্যই এওঁকো বন্দী কৰিবলৈ আহে আৰু সেই উদ্দেশ্যে গাৱঁৰ মানুহৰ ওপৰত অতি জঘন্যভাৱে অত্যাচাৰ চলোৱাত—তেওঁৰ কোনোমতেই সহ্য নহয়। বিশেষকৈ গাৱঁৰ বহুতবিলাক গাভৰুৱে গোঁৰা-চিপাহীৰ হাতত লাঞ্ছিতা-অপদস্থা হবলৈ ধৰাত,—শত্ৰুৰ হাতত কোনোমতেই ধৰা নিদি, গাৱঁৰ ডেকাসকলক লৈ চল আৰু সুবিধা বুজি সিহঁতকো ঠায়ে ঠায়ে হত্যা কৰিবলৈ ধৰে। বকতাৰ সকলোটিয়েই দৃঢ় প্ৰতিজ্ঞাৰে মাৰ বান্ধি শত্ৰুহঁতক নানা ধৰণেৰে শ'ল ঠেকত পেলাই, লটি-ঘটি কৰাৰ ব্যৱস্থাও কৰিছিল। তেওঁ-লোকৰ হাতত শত্ৰুৰ ভালেমানৰ প্ৰাণ হেৰায়, সিহঁতে সেইবাবেই এই ঠাইলৈ বৰ ভয়ো কৰিছিলে।

এদিন ৰাতি বৰুৱাই চকভঙ্গাই দি দিলিহিলৈ বুলি আহোঁতে কেন্দুগুৰিৰ গড়ৰৰ মাজত ইংৰাজ-সৈন্যৰ লগত তেওঁৰ ভেটাভেটি হয়। তাতে তেওঁক সিহঁতে আগচি ধৰাত বৰুৱাই ৰক্ষাৰ উপায় নেদেখি, তেওঁৰ উঠি অহা বগা ঘোঁৰাৰে কেইবাটাকো পিছ লাঠি

মৰোৱাই নাক-মুখ ভঙাৰ উপৰিও সিহঁতৰ ভালেমানক মাৰে। সেইদৰে মাৰি কোনোমতে তাৰ পৰা পলাবলৈ ঘোঁৰা দৌৰাই দিয়া অৱস্থাত, শত্ৰু-সৈন্যই তেওঁলৈ আৰু তেওঁৰ সেই বগা ঘোঁৰাটোলৈ লক্ষ্য কৰি গুলি এৰে। সেই গুলিত লাবৰ বকুৱা ঘোঁৰাৰ পৰা বাগৰি পৰে আৰু খন্তেকৰ পিছতেই তেওঁৰ আৰু ঘোৰাটোৰো প্ৰাণবায়ু ওলাই যায়। সেইভাৱেই এজন বীৰ পুৰুষৰ অমূল্য জীৱনৰ অন্ত পৰে। তেওঁ এইভাৱেই মৰিল যদিও, বকতা-বাসীক তেওঁৰ অমৰ আত্মাই আজিও দেশৰ বাবে সজাগ কৰি থৈছে।*

---

* 'সংগ্ৰাম'ত প্ৰকাশিত।

# মইনা খাৰঘৰীয়া ফুকন

[ ইংৰাজক খেদাৰ প্ৰথম আক্ৰমণৰ বাবে যি অস্ত্ৰ-শস্ত্ৰ, খাৰ-বাৰুদ্ আদি ৰণ-সজুলিবোৰৰ আৱশ্যক হৈছিল, মইনা খাৰঘৰীয়া ফুকনে চৰাইদেউৰ গুৰুত্বপূৰ্ণ মেলৰ সিদ্ধান্ত মতে—কেনেকৈ সেইবোৰৰ যোগান ধৰিছিলে আৰু শত্ৰুৰ হাতৰ পৰা তেওঁৰ সেই জবকা অস্ত্ৰাগাৰ ৰক্ষা কৰিব নোৱাৰি, কেনেকৈ তাত জুই লগাই দি ধ্বংস কৰিছিলে আৰু অৱশেষত নিজেও সেই জুইত জাপ্ দি কেনেকৈ প্ৰাণত্যাগ কৰিলে, এই খণ্ডত সেই বিষয়ে দেখিবলৈ পাব। ]

স্বৰ্গদেৱ ৰুদ্ৰসিংহ মহাৰজাৰ দিনত অসমৰ সম্পূৰ্ণ সৌভাগ্যৰ দিন বুলি কব পৰা যায়। তেওঁৰ সুশাসনৰ তলত প্ৰজাই অতি সুখ-শান্তিত বাস কৰিবলৈ পোৱাৰ উপৰিও, তেওঁলোক উন্নত নিয়ম-প্ৰণালিৰ দ্বাৰা সংগঠিত হৈ জীৱন ধাৰণৰ সমস্যা বিলাকৰো ভাল ব্যৱস্থা কৰি লব পাৰিছিলে। ৰজা-ঘৰৰ পৰা উন্নত ধৰণৰ বিভিন্ন অনুষ্ঠানবোৰ প্ৰতিষ্ঠা কৰাই, উপযুক্ত পাত্ৰৰ দ্বাৰা সেইবিলাক পৰিচালনা কৰোৱা হৈছিল। প্ৰকৃততে তেতিয়া এটা অতি সবল পৰিবেশৰ মাজত দেশৰ সমগ্ৰ কাম বিলাক সুচাৰুৰূপে নিহাৰিকৈ চলিবলৈ ধৰাত—সমাজৰ তথা দেশৰ আৰ্থিক অৱস্থা অতিকৈ জয়-জয় ময়-ময় হৈ পৰিছিল।

এইজনা স্বৰ্গদেৱৰ দিনতে ৰণ-শক্তিও আগতকৈ দুগুণ বৃদ্ধি হয়। বিদেশী আক্ৰমণকাৰীহঁতৰ পৰা দেশ ৰক্ষা কৰিবৰ হেতুকে কি পদাতিক, কি অশ্বাৰোহী, কি নৌ শক্তি, কি চোৰাংচোৱা বিভাগ—এই সকলো বিষয়তে পূৰ্বতকৈ বেছি টনকিয়াল আৰু সবল কৰি তোলে। ঠায়ে ঠায়ে কাৰখানা পাতি খাৰ-বাৰুদ, বন্দুক-বৰতোপ, অস্ত্ৰ-শস্ত্ৰ, ধনু-কাড়, জাঠি-জোং আদি ৰণৰ সা-সজুলিবোৰো তৈয়াৰ কৰোৱাইছিল। এই বিলাকৰ সৰহ ভাগেই নগৰৰ দূৰত অতি আবুৰ আৰু আঁওহতীয়া ঠাই 'জবকাত' তৈয়াৰ কৰাই, তাৰ পৰা

বিভিন্ন সুচল আৰু নিৰাপদ স্থানলৈ নি ডবা বা গুদাম পাতি সংৰক্ষণ কৰিছিল। য'ত যেতিয়াই আৱশ্যক বা দৰ্কাৰ পৰিছিল, তেতিয়াই তালৈ সেই ডবাৰ পৰা অস্ত্ৰ-শস্ত্ৰ পঠাই দি ৰণ-শক্তি সদায় অটুট ৰাখিব পাৰিছিলে। অসমৰ নিচিনা উৎকৃষ্ট আৰু পকা-মজবুত ৰণৰ সা-সজুলি, সেই কালত পৃথিবীৰ কোনো ঠাইতে তৈয়াৰ হোৱাৰ প্ৰমাণ নাই। সেই অনুপাতে কামতো অন্যান্য বিলাক দেশৰ অস্ত্ৰ-শস্ত্ৰতকৈ বেছি উৎকৃষ্ট আৰু উন্নত আছিল।

তেতিয়া খাৰ-বাৰুদ ৰখাৰ প্ৰধান ঠাই আছিল—খাৰঘৰীয়া ডবা; ই ৰংপুৰৰ পৰা প্ৰায় ৩০ মাইল উত্তৰে এখনি অতি আওহতীয়া আৰু নিৰাপদ—সুচল ঠাই। ইয়াৰ উত্তৰে মাহমৰা আৰু টিপল্লিং, দক্ষিণে টিফুক আৰু শলগুৰি, পুবে দিচাং নৈ আৰু পশ্চিমে মৰাণ আৰু দিখৌ নৈ। ইয়াৰ কিছুদূৰতে বৰডবা; সেই বৰডবাত কেৱল অন্যান্য বন্দুক-বৰতোপ, ঢাল-তৰোৱাল, ধেনু-কাড়-জাঠি আদি ৰখা হৈছিল। এই অঞ্চলৰ প্ৰায় দুমাইল আঁতৰে আঁতৰে একোটা শক্তিশালী প্ৰহৰী-সৈন্যৰ কোঠ, তেওঁলোকেই এই প্ৰধান ডবা বা গুদামবোৰ প্ৰহৰা দি থাকে। স্বৰ্গদেৱৰ বিনা অনুমতিত সেই ঠাইলৈ যাবলৈ কাৰো সাধ্য নাছিল। সেই অঞ্চলত ৰজাৰ অতি বিশ্বাসী আৰু আপোন মানুহৰহে বসতি আছিল। তাৰ ভিতৰত টাই-আহোমসকলৰ প্ৰধান পুৰোহিত, গুণী-জ্ঞানী—মোহন, দেওঁধাই আৰু বাইলুং এই সকলেহে থাকিব পাৰিছিল। তেওঁলোকে তাত একান্তমনে পূৰ্ব পুৰুষসকলৰ ৰীতি-নীতি অনুসৰি যাবতীয় পূজা-পাতল পাতি জাতিৰ মঙ্গল কামনা কৰাৰ উপৰিও, তেওঁলোকৰ ভাষা, কৃষ্টি, সভ্যতা, সাংস্কৃতি এই বিলাকৰো পৰিপাটিকৈ গুৰি ধৰি আছিল।

যুদ্ধৰ আহিলা-পাতি তৈয়াৰ কৰা কাৰ্যবিলাক তেতিয়া ইমান গোপনে চলিছিলে যে, ৰজা আৰু ডা-ডাঙৰীয়াৰ বাহিৰে আন কোনোৱেই তাৰ গুংসূত্ৰওপাব নোৱাৰিছিল। 'আন কি, সেই

অস্ত্র-শস্ত্র, বন্দুক-বৰতোপ, খাৰ-গুলী এইবিলাক কেতিয়া, ক'ত, কোনে কৰিছিল, আৰু কোন কোন ঠাইত কিমান জমা ৰাখি কলৈ পঠাইছিল,—সেইবিলাকৰো সবিশেষ জানিবৰ কাৰো সাধ্য-শক্তি নহৈছিল। এই বিষয়ৰ আপুৰুগীয়া পুথি-পাজিবোৰো অতি সংগোপনে আৰু সযতনে ৰাখি, কেৱল বিশ্বাসী বিষয়া সকলৰ দ্বাৰাই সেইবিলাক কাম কৰোৱাইছিল। আৱশ্যকীয় অস্ত্র-শস্ত্রৰ বাবে দৰ্কাৰ হোৱা ধাতু-দ্রব্য, মা-মছলাবিলাকো দেশৰ বিভিন্ন ঠাইৰ পৰা সংগ্রহ কৰি অনাই তাত গোটাই ৰখাৰো ব্যৱস্থা কৰিছিল। কোন বস্তুৰ লগত কাক কেনেকৈ মিলাব লাগে; কেনে বস্তুৰ কিমান জোখ-পৰিমাণ হব, কোনটো ধাতুৰ পৰা কেনে প্রতিক্রিয়া হয়—এইবিলাকো কেৱল বিভাগৰ বিষয়াসকলেহে জানিছিল।

ৰণৰ সজুলিবোৰ তৈয়াৰ কৰা কাৰখানাত প্রতি দিনে চাৰি হাজাৰৰ পৰা পাঁচ হাজাৰ বণুৱাবা কাৰীকৰে কাম কৰিবলগীয়া হৈছিল। এইভাৱে উৎপন্ন কৰা সজুলি বিলাক অসমৰ বিভিন্ন স্থানৰ সৈন্যসকলৰ কোঠ নাইবা দুৰ্গবোৰলৈ যোগান ধৰাত, তেতিয়াৰ সৈন্য বা ৰণুৱা সকলে কোনো অসুবিধা বা বিপদত নপৰাকৈ ৰণ কৰিব পাৰিছিলে। আৱশ্যকতকৈ কুৰিগুণ বেছিকৈ সা-সজুলি ডবাত মজুত হৈ থকাৰ বাবেই, বিদেশীৰ যি কোনো আক্রমণ প্রতিৰোধ কৰিবলৈ সমৰ্থও হব পাৰিছিল।

যিবিলাক ঠাইৰ পৰা অস্ত্র-শস্ত্র তৈয়াৰ কৰিব পৰা বিখ্যাত আৰু বিশ্বাসী কাৰীকৰ বাছি অনা হৈছিল—সেই বিলাক ঠাইৰ নাম হ'ল—লাইচেং, লাচং বাঢ়েটিং, জুতুলীটিং, ঢিপলিং, টিপলিং, কপৌটিং, দিহিং, চাৰিং, খোৱাং, টিংখং, লেচাং, নামদাং, খাম্‌জাং, দিচাং, ৰংখাং, মেজেঙা, ঢেলেং, মেলেং, টিংৰাই, পালেঙী, লাংমা, ৰাইলুং, নগাজংকা, আলং, মায়বেলেং, ৰংমায়, নাম্‌চাং, চান্‌চিং, চৌখাম্‌, দেউটিং, চৰাইখেোং, বাঘচোং, ন-পাং, ৰাইজাং, হাবং,

মৰং, মনচোং, শান্‌চাং, মোকং, জবলাটিং, নবাটিং আৰু পহুচোং আদি।

খাৰ-বাৰুদ্ কৰিবৰ বাবে,—টিফুক্, নাফুক্, বাকচু, বৰাহী, টিয়ক, বাঁহগড়, নিমনাগড়, ৰাগল, খাৰঘৰীয়াডবা, ঢলা, টেঙাখাট, আঁঠখেল, বিহুবৰ, ধোপাবৰ, পুলিবৰ, ভজো, ভাজনী, দিবৈ, ডিমৌ, চকলীয়া, বৰকলা, আঁৰীকাটি, ভা-ধৰা, শিলিখা গুৰি, ঔগুৰি, হুহুপৰা, বামুণ পুখুৰী, ন-মাটি আৰু চেঁচুৰনী আদি।

অস্ত্র-শস্ত্র তৈয়াৰ কৰিবলৈ—জবকা, দবকা, চিতলীয়া, বিতলীয়া, কুকুৰাচোৱা, ফুলপানী ছিগা, তামুলি ছিগা, আলি ছিগা, দগা ভেঁটা, চৰগোৱা, ৰাংচলায়া, ৰাইচিয়া, অফলা, হাতীবান্ধা, নাজিৰা, মঠিয়াছিপা, লাকুৱা, বকতা, ৰঙাগঢ়া, ডুইলেমুখীয়া, কলফুলপৰীয়া, ফুটুকাতলীয়া, লম্রা, নগ্রাই, পানবেছা, খামোন, পেকমনীয়া, গড়কোষ, ভিতৰুৱাল আৰু সোলোঙাপাৰ আদি।

জাঠি-জোং কৰিবৰ বাবে—শালনী, পহুমনী, নামতি, নকাটনী, সোণাৰী, চামগুৰি, শলগুৰি, ধামধুলি, কেন্দুগুৰি, শিলাকুটী, বেতবাৰী, হালধীবাৰা, জাজৰি, মাহুৰী, গেলেকী, নেমুগুৰি, চতিয়নাগুৰি, শিমলুগুৰি, লেঙেৰী, নকছাৰী, ৰাঙলী, দেওপানী, ধেমেছী, বাৰুৱতা পহুমাৰী আৰু আঁজলি।

ধেনু-কাঁড়ৰ বাবে—ধেনুচৰ্চা, বাণফেৰা, বাণমৰা, এঙেৰা, খোকামৰা, নাগিনীমৰা, নঙলামৰা, মাহমৰা, শালমৰা, কপৌমৰা, গড়মৰা, বাঘমৰা, ভেটামৰা, ভাধৰা, থাওৰা, চুণপুৰা, হাঁহচৰা, ধনেখোৱা, খনাখোকোৰা, সৰগপৰা, শগুণমৰা, চাউলকঢ়া, মাজুমেলীয়া, সাগৰবেৰা, চিকাৰীখোলা, খালৈঘোগোৰা আৰু কাঁড়ভঙা আদি।

বন্দুক-বৰতোপৰ গুলী কৰিবলৈ—চকভঙা, পাটমাকো, ডুপনি, গেলেকী, নামৰূপ, বাণমুখ, খনামুখ, কুৰেখন্দা, মালৌহাট, গধুলিবজাৰ, তামুলিবজাৰ, মৰাবজাৰ, খাগৰিজান, ৰাঙলীজান, ডুলীয়াজান,

লখিমীজান, নাওজান, বৰজান, সাপজান, কাকজান, হুগৰীজান আৰু চেৰেকাপাৰ আদি।

অস্ত্ৰ-শস্ত্ৰৰ ধাতু-মছলা গোটাবলৈ—ধুনীয়াপথাৰ, চলাপথাৰ, অচলাপথাৰ, বামপথাৰ, দ-পথাৰ, তিৰোপথাৰ, কছাৰীপথাৰ, লক্ষ্মী-পথাৰ, গভৰীয়াল, জয়ৰাপাৰ, কাঠপাৰ, ভটীয়াপাৰ, চেৰেকাপাৰ, পুখুৰীপাৰ, পথালিপাম, পুনিবিল, পাৰলিপাম, টিঙালিবাম, মেৰবিল, চলাবিল, বৰবিল, চেঁচাবিল, দীঘলীহাবি, শিঙিমূৰী, নগাপাহাৰ, বগাপানী, লেখাপানী, নামবৰ, লুহিতপাৰ আৰু কাকপথাৰ আদি।

যুদ্ধৰ সা-সঁজুলিৰ শাখা গুদাম-ঘৰ থকা ঠাইবিলাক—বৰডবা, খাৰঘৰীয়া ডবা, চৰাইদেউ, তিৰোপথাৰ, চাঁচনি, চণ্টক, চক্ৰাই, মথুৰাপুৰ, কোঁৱৰপুৰ, ৰতনপুৰ, ৰংপুৰ, সুন্দৰীপুৰ, জয়পুৰ, মধুপুৰ, লঙ্কাক, গড়গাঁও, তাওকাক, বিহুবৰ, টেঙাপুখুৰী, ধামধুলি, বৰহাট, মগৰাহাট, মৰাণ, ধাইবাৰী, কেন্দুগুৰি, আখৈফুটীয়া, মগলুবাহাৰ, তামূলীছিগা, গড়ভঙা, টিফুক, আমগুৰি, মেছাগড়, আঠখেল আৰু পত্নমনী আদি।

যুদ্ধৰ নাৱ সজা ঠাইবিলাক—দিহিংমুখ, শিশিমুখ, দিচাংমুখ, দিখৌমুখ, জাঁজিমুখ, দৰিকামুখ, দিলিহিমুখ, বলমামুখ, দিবৈমুখ, ডুবীয়া, ৰপহীমুখ, নাওবছা, ডিমৌমুখ, মালৌহাবি আদি।

যুদ্ধৰ ঢাল কৰা ঠাই—গাভৰু, লাম্‌চাং, উষা, নাগিনীজান, হেলেম, হাতীগড়, ৰাজগড় ৰজাবাৰী, নগাবাট, ভূঞাঁহাট, গজপুৰীয়া, ঘৰফলীয়া, কালুগাঁৱ, জৰাধৰা, শেনচোৱা, কুঁৱৰীতোল, চিন্তামণিগড়, জালুকণী, ন-মাটি, বগীদ'ল, মেটেকা, পুৰণি মাটি, দিজৈখনা, খঁৰাহাট, ঢালপুৰ আৰু মৰাণহাবি আদি।

এইবিলাক বয়-বস্তু কেতিয়া কিমান তৈয়াৰ হৈছিল, কিমান ডবা বা গুদামত জমা আছিল আৰু কিমান ওলাই গৈছিল, সেই-বিলাক হিচাপো কেৱল বেলেগ বেলেগ বিষয়ৰ ফুকনসকলৰ হাতততহে আছিল। ফুকনসকলে স্বৰ্গদেৱক এই হিচাব দিয়াৰ

পিচতহে, স্বৰ্গদেৱৰ আদেশ মতে—সেই মালবোৰ কেতিয়া, কালৈ, কিমান পঠাব লাগে, সেইমতেই তেওঁলোকে পঠাবও পাৰিছিল।

তেতিয়াৰ কাৰীকৰসকলে তৈয়াৰ কৰা সজুলীবোৰৰো একো-টাকৈ পৃথক নাম দিয়া পোৱা যায়। যেনে বন্দুকৰ নাম—হাত-বন্দুক, খুটিপুতিমৰা বন্দুক, লাঠিবন্দুক, দুমুখীয়া বন্দুক, কান্ধ-বন্দুক, চুটি বন্দুক, দীঘল বন্দুক, চকা বন্দুক, বহলমুখৰ বন্দুক, কাড়ঁ বন্দুক, ঘোঁৰা বন্দুক আৰু দেওবন্দুক আদি। বৰতোপৰ নাম যেনে,—বৰ বৰতোপ, মাজু বৰতোপ, সৰু-মাজু বৰতোপ আৰু সৰু বৰতোপ। এইবিলাকৰ গুলী যোৱাৰ শক্তি কিমান আছিল তাৰো আভাস পোৱা যায়। বৰবৰতোপৰ প্ৰায় এশ মাইল, মাজুৰ দুকুৰিৰ পৰা দুকুৰি দহ মাইল, সৰু-মাজুৰ একুৰি দহৰপৰা দুকুৰি মাইল আৰু সৰু বৰতোপৰ পাঁচ মাইলৰ পৰা দহ মাইল পৰ্য্যন্ত গুলী গৈছিল। অস্ত্ৰ-শস্ত্ৰ-হেংদানৰ নামবোৰ যেনে—মন্ত্ৰপূত হেংদান, দেও হেংদান, হাত হেংদান, তৰোৱাল, মুঠি তৰোৱাল, লাঠি তৰোৱাল, কালীকালগা তৰোৱাল, বিজুলী তৰোৱাল, খাপৰা তৰোৱাল, টাই তৰোৱাল, মৰাণ তৰোৱাল, নৰা তৰোৱাল, বৰাহী তৰোৱাল, দুমুখীয়া তৰোৱাল, গুপ্তি তৰোৱাল, বিহ-তৰোৱাল, জুইতৰোৱাল, জোং তৰোৱাল আৰু দুতৰপীয়া তৰোৱাল আদি। ধেনু-কাড়ঁৰ নাম যেনে—বাঘ ধেনু, কাঁৰ্‌ফাই ধেনু, জুই কাড়ঁ ধেনু, বিহকাড়ঁ ধেনু, হাত ধেনু, বাটলি-গুটি ধেনু, নগা ধেনু, নৰা ধেনু, মৰাণ ধেনু, বৰাহী ধেনু, টাই ধেনু, ফাঁক্‌ধেনু, চুঙাধেনু, তিনি কাড়ঁ ধেনু, ইন্দ্ৰধেনু আৰু দেওধেনু আদি।

সেইভাৱে জাঠি-জোং বিলাকৰো নাম পোৱা যায়। যেনে—টাই-বৰছা, নগা-জাঠি, নৰা-জোং, মৰাণ-শূল, পাখী-জাঠি, দেও-জাঠি, দেও-বৰছা, বিহ-জাঠি, আবৰ-জাঠি, খামটি বৰছা আদি। যুদ্ধৰঢালৰ নামবোৰ যেনে—হাত ঢাল, বুকু ঢাল, গা ঢাল, চুটি ঢাল, দীঘল ঢাল, দেও ঢাল আৰু পাখী ঢাল। এইবিলাক প্ৰায়েই গড়ঁৰ আৰু হাতীৰ ছালৰ পৰা তৈয়াৰ কৰা হৈছিল। বন্দুক-বৰতোপৰ গুলীৰ

নাম যেনে—মাহগুলী, বগৰীগুলী, টকৌগুলী, তামোগুলী, বেলগুলী আৰু লাওগুলী আদি। এই গুলীবিলাক প্ৰায়েই কাঁহৰ আৰু কিছুমান বিভিন্ন ধাতুপদাৰ্থৰ পৰা নিৰ্মাণ কৰিছিল।

এই গুলীবিলাক এতিয়াও অসমৰ বহুত ঠাইত গাঁত গাঁত হৈ পৰি আছে। বিশেষকৈ, গড়গাওঁ, ৰংপুৰত, ডবাত এতিয়াও গড়ৰ কাষত, গড়খাৱৈত, পুখুৰী-বিলত সেইবিলাক পোৱা যায়। গড়গাৱঁৰ উত্তৰ-পশ্চিম কোণত এতিয়াও এগাঁত টোপা-কাঁড় থকাৰ কথা ওচৰৰ মানুহৰ মুখে গম পোৱা গৈছে। এইভাৱে,—আগৰ দিনৰ কিমান যে অস্ত্ৰ-শস্ত্ৰ আদি নৈ-বিল, গাঁত-পুখুৰী আৰু গড়খাৱৈত পৰি আছে,—সেই বোৰৰ হিচাপ দিবলৈ কাৰো সাধ্য নাই।

১২২৮ চনৰ পৰা ১৮২৬ চনলৈকে, এই ছশ বছৰ কাল অসমৰ ওপৰেদি কিমান বিপদৰ ধুমুহা পাৰ হৈ গ'ল,—তাৰ সবিশেষ বুৰঞ্জীৰ বুকুত জিলিকি আছে। অসমৰ আশে-পাশে থকা সৰু সৰু ৰাজ্যৰ বাহিৰেও, মোগল-পাঠানৰ সোতৰবাৰৰ আক্ৰমণত দেশ অতিকৈ জুৰুলা হয়। তাতে ভিতৰৰ মোৱামৰীয়া বিদ্ৰোহে জুৰুলা অসমক অতিকৈ দুৰ্বল কৰি পেলালে বুলি কলেও মিছা নহয়। তথাপিও স্বৰ্গদেৱ সকলৰ আৰু ডা-ডাঙৰীয়াবিলাকৰ তীক্ষ্ণ বুদ্ধি, পৰাক্ৰম আৰু ৰাজনীতিৰ দ্বাৰাই, দেশৰ ধৰণী মান-দণ্ড অতি ধৈৰ্যৰ মাজত ধৰি আছিল ; কিন্তু শেষত বদনচন্দ্ৰ বৰফুকনে বিশ্বাসঘাতকতা কৰি, পিচ দুৱাৰেদি যেতিয়া মানক আনি বৰঘৰ পোৱালেহি, তেতিয়াই ইয়াৰ ৰাজহাঁড় ভাগি পৰিলগৈ বুলি কব লাগিব। মানহঁতে অসমৰ এই দুৰ্দিনত দেশ লণ্ড-ভণ্ড কৰি মৰিশালি পাতিলে,—সোণৰ অসমৰ ঠাইত শোণিতৰ অসম হৈ পৰিলে।

ইংৰাজে মানক খেদি ১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰীত ওপৰতে পায়,—এই দেশখন। তেওঁলোকে সেইভাৱে ইয়াৰ একছত্ৰী শাসন-কৰ্ত্তা হোৱাটো—আমাৰ বিপদৰ-বন্ধু নে মস্ত ডকাইটিৰ চিন্ সেই বিষয়েও ভাবি চাবলগীয়া বিষয়। এখন বিপদ-গ্ৰস্ত দেশৰ ৰক্ষা

আৰু ডা-ডাঙৰীয়াসকলৰ লগত কোনো প্ৰকাৰৰ পৰামৰ্শ বা নীতিগত চুক্তি নকৰি, বলেৰে শাসন-ভাৰ কাঢ়ি লোৱা পৃথিবীৰ বুৰঞ্জীত নোহোৱা-নোপজা কথা। মানৰ পিচত এওঁলোকেও দেশৰ বহুতো আপুৰুগীয়া সা-সম্পত্তি লৈ যায়; তাৰ ভিতৰত অসমৰ শিল্প-বিদ্যা, যুদ্ধ-বিদ্যা, শাসনৰ ৰীতিনীতিৰ পুথি-পাঁজি আদিও নিছে বুলি কব পৰাৰ স্থলো আছে। বিশেষকৈ, আজিও সেই কালৰ শিল্প-কলা বিদ্যাৰ যিবিলাক দ'ল-দেৱাল, বন্দুক-বৰতোপ, পকীঘৰ-দুৱাৰ আছে,—সেইবোৰৰ পৰাই সেই বিষয়ৰ পুথিবিলাকত কেনে উচ্চ বৈজ্ঞানিক প্ৰণালিবোৰৰ বিৱৰণী আছিল,—ভালকৈ অনুমান কৰিব পৰা যায়। বৰ্তমান দুই-এঠাইত যি কেইখন তেনে বিধৰ পুথি উদ্ধাৰ পাইছে, তাত চালেও দেখা পোৱা যায় যে, কোনো পুখুৰী নাইবা দ'ল-দেৱাল আদি কেতিয়া, কোনে, কিমান দিনত, কিমানে খাটি শেষ কৰিছিল,—সেই সঠিক বিৱৰণীৰ বাহিৰেও একোটা দ'ল বা পকী ঘৰত মুঠ কিমান ছতা ইটা, কিমান শিল, কিমান মছলা, কিমান ওখ-বহল-দাঘল—সেইবোৰৰো বিতং হিচাপ দিয়া আছে।

এইবিলাকৰ বাহিৰেও তেতিয়াৰ কালৰ লোনপুং, তেলপুং সোণৰ খনি, ধাতুৰ খনি আৰু খাৰ-বাৰুদ কৰাৰ বিৱৰণীমূলক পুথিবোৰ উদ্ধাৰ হোৱা নাই যদিও,—বিচাৰিলে অ'ত ত'ত পাব পৰা যাব। সেইবিলাক আজিও পূৰ্বৰ সম্ভ্ৰান্ত বংশীয় ডা-ডাঙৰীয়াৰ পৰিয়ালত আছে, অৱশ্যে কাৰোবাৰ ঘৰজুই লাগি আৰু কাৰোবাৰ পোক পৰুৱা-উইয়ে খাই নষ্ট কৰিছে বুলিও কব পাৰি। তেওঁলোকৰ বহুতেই এতিয়াও বিশ্বাস কৰে যে, পূৰ্বপুৰুষসকলৰ এই সম্পত্তি ঘৰখনৰ এক মহালক্ষ্মী বস্তু। আনক চাবলৈ বা চুবলৈ দিয়াও এক মহাপাপৰ কথা বুলি ভাবি আহিছে; আনহাতে ই পূৰ্বপুৰুষসকলৰ এক অভিশাপো। আমি জনাত, অসমৰ বহুতো জনাবুজা শিক্ষিত ভদ্ৰলোকে সেইসকলৰ কিছুমানৰ পুৰণি পুথি-পাঁজি চাবলৈ নি,—

পুনৰ ঘূৰাই দিয়া: নাই আৰু বহুতেই হেৰুৱাৰ কথাহে কয় গৈ। এনেভাৱে বিশ্বাস-ভঙ্গ কৰাৰ বাবেই,—সিবিলাকে দুখ পাই বাকী-বিলাকে পুথি এৰি নিদিয়ে, নাইবা দিবলৈও ইচ্ছা নকৰে। এই বদ্ স্বভাৱ আৰু প্ৰবঞ্চনা গুচাব নোৱাৰিলে, আমাৰ বিশ্বাস,—আগৰ পুথি উদ্ধাৰ কৰা এটা সমস্যাৰ বিষয় হৈ পাৰিব।

খাৰঘৰীয়া ফুকনৰ বংশৰ নাম বুৰঞ্জী-বিখ্যাত হৈ আছে। স্বৰ্গদেৱে এওঁলোকৰ কামত অতি সন্তোষিত হৈ, দ'ল-পুখুৰীৰে ফুকনৰ স্মৃতি-চিন্ যুগমীয়াকৈ ৰাখিবৰ অভিপ্ৰায়ে,—খাৰঘৰীয়া ডবাৰ ঠিক্ কেন্দ্ৰস্থলত এটা প্ৰকাণ্ড পুখুৰী খনোৱায় আৰু তাৰ পাৰত দ'ল-দেৱাল নিৰ্মাণ কৰায়। দুখৰ বিষয়, পাৰৰ দ'ল-দেৱাল বোৰ প্ৰলয়ঙ্কৰী ভূমিকম্পত খহি পৰে, তাৰ চিন্‌স্বৰূপে সেই ঠাইত অজস্ৰ ইটা আৰু শিলবোৰ এতিয়াও আছে। সেয়ে খাৰঘৰীয়া ফুকনৰ স্মৃতি হৈ, আজিও খাৰঘৰীয়া ডবাত—সেইবোৰ জিলিকি থাকি তেওঁলোকৰ কাহিনীলৈ সোঁৱৰাই দিয়ে। ইয়াৰ ওচৰতেই স্বৰ্গদেৱৰ খাৰ-বাৰুদৰ ডবা বা ভৰাঁলো আছিল।

এই খাৰঘৰীয়া ফুকনৰ বংশাৱলী বৰ্তমান লুপ্ত হৈ গলেও, শেষৰ সংৰাম খাৰঘৰীয়া ফুকনৰ নাম পোৱা যায়। স্বৰ্গদেৱ গৌৰীনাথ ৰজাৰ দিনলৈকে তেওঁলোকৰ বংশৰ কাৰ্য-কলাপৰ আভাস পালেও,—এতিয়ালৈকে লিখিত তেনে কোনো বুৰঞ্জী-পুথি পাব পৰা নাই। সেই সংৰামৰে পুত্ৰ মইনা খাৰঘৰীয়া ফুকন। এওঁ আছিল গুণী-জ্ঞানী-তেজস্বী পুৰুষ আৰু মুমলী গোহাঁইৰ সমবয়সীয়া অতি অন্তৰঙ্গ বন্ধু। চৰাইদেউৰ গুৰুত্বপূৰ্ণ মেলত মইনা খাৰঘৰীয়া ফুকনো উপস্থিত থাকি, আলোচনাত সক্ৰীয় অংশ গ্ৰহণ কৰিছিল। ৰাইজে আক্ৰমণৰ বাবে দৰ্কাৰ হোৱা অস্ত্ৰ-শস্ত্ৰ যোগানৰ দায়িত্বভাৰ এওঁৰ ওপৰতে দিয়া মতে, তেওঁ ৰাইজৰ আদেশ বিনা আপত্তিৰে শিৰ পাতি গ্ৰহণ কৰে। সেই মেলৰ মেলুৱৈসকলে ইয়াকো বুজিছিল যে, বিনা অস্ত্ৰ-শস্ত্ৰৰ দ্বাৰা ইংৰাজ-

হঁতক খেদা কথা সম্পূৰ্ণই অসম্ভৱ; তাৰোপৰি বুজিব পাৰিছিলে যে, যি ঘৰৰ যি কাম আছিল, সেই ঘৰৰ সতি-সন্ততিসকলে এই কাম যিমান সহজে কৰিব পাৰিব, আনে তেনেকৈ কৰিব পৰাটো দুৰাশাৰ কথা মাথোন।

চৰাইদেউৰ মেলৰ পিচত মইনা খাৰঘৰীয়া ফুকনে নিজৰ দায়ীত্বত নামি, এখনি কাৰ্যকৰী আঁচনিও গঠন কৰি লয় আৰু সেইমতে কামতো হাতে-কামে লাগি যায়। তেওঁৰ সেই আঁচনিৰ কামবোৰৰ আভাস ইয়াত দাঙি ধৰা হৈছে—

(১) জৰকা পাহাৰতে প্ৰধান অস্ত্ৰাগাৰ পাতি, পূৰ্বৰ বিখ্যাত ঠাইবিলাকৰপৰা এহেজাৰ পাকৈত কাৰীকৰ বাছি লৈ অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ কৰাব।

(২) কাৰীকৰবিলাকক পাঁচ ভাগত বিভক্ত কৰি লব; যেনে, প্ৰথম ভাগ—বন্দুকসজাত, দ্বিতীয় ভাগ—খাৰ-বাৰুদ কৰাত, তৃতীয় ভাগ—অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ কৰাত, চতুৰ্থ ভাগ—ধেনু-কাড় বণুৱাত আৰু পঞ্চম ভাগ জাঠি-বৰছা-জোং সজাত।

(৩) নিৰ্দিষ্ট সংখ্যক আহিলা-পাতিবিলাক আক্ৰমণৰ প্ৰধান ঠাই দিখৌমুখ, ৰংপুৰ আৰু নাজিৰালৈ পঠাই দিব।

(৪) পাঁচ শ প্ৰহৰীয়ে জৰকা অস্ত্ৰাগাৰ ৰাতি-দিনে প্ৰহৰা দি থাকিব; বিনা অনুমতিত কোনো লোকেই তালৈ যাব নোৱাৰিব। সেইদৰে চোৰাংচোৱা দলেও চাৰিওফালে অতি সতৰ্ক হৈ চকু দিব লাগিব।

(৫) কাৰীকৰসকলো ৰণ-বিদ্যাত শিক্ষিত হব লাগিব আৰু দৰ্কাৰ মতে ৰণো কৰিব পাৰিব লাগিব। এই সকলক তন্ন-তন্নকৈ পৰীক্ষা কৰাৰ পিচতহে উপযুক্ততা বুজি কামত নিয়োগ কৰা হব।

(৬) এই বিষয়ৰ অভিজ্ঞ আৰু বিশেষজ্ঞ সকলে হাবি-বননি, পাহাৰ-পৰ্বত আৰু নৈ-বিলৰ পৰা আৱশ্যকীয় দ্ৰব্য মা-মছলা সংগ্ৰহ কৰি আনিব লাগিব।

(৭) আৱশ্যকীয় বন্দুক-বাৰুদবোৰ তৈয়াৰ কৰিব নোৱাৰালৈকে, মানুহে ৰাতি দিন সমভাৱে কাম কৰিব লাগিব।

মইনা খাৰঘৰীয়া ফুকনৰ কথা যেনে কামো তেনে আছিল। এনে সুনিপুণ শিল্পী আৰু বিষয়া ক'তো পাবলৈ নাছিলে। তেওঁৰ আঁচনি মতেই পৰ্বত আৰু ভৈয়ামৰ পৰা জনাশুনা বিখ্যাত মানুহ বাছি লৈ, কামতো আগবাঢ়ে। কামৰ মাজত কাৰো, ক'তো খন্তেকো জিৰাবলৈ সময় নাই, প্ৰত্যেকৰ অন্তৰত কেৱল দেশ উদ্ধাৰৰ একেটি ভাব-চিন্তা, প্ৰত্যেকেই নিজ নিজ কামবোৰ সুকলমে কৰিবলৈ ধৰাত সোনকালেই জবকা অস্ত্ৰাগাৰ অস্ত্ৰ-শস্ত্ৰ, বন্দুক-বাৰুদ আদিৰে ভৰপূৰ্ হৈ যায়। দমে দমে খাৰ-বাৰুদ, হাজাৰ হাজাৰ অস্ত্ৰ, বন্দুক, জাঠি আৰু ধেনু-কাড় তৈয়াৰ হৈ গ'ল। সেইবিলাক পাই অসমীয়া সৈন্যবিলাকে দুগুণ উৎসাহে কামত লাগি যাব পৰা হৈ উঠে। আক্ৰমণৰ তালিকা মতে তিনি ঠাইলৈ সেইবিলাক সময়মতেই পঠাই দি, তেওঁৰ অদ্ভুত দক্ষতাৰ চিনাকিও দিব পাৰিছিলে।

পূৰ্বৰ সিদ্ধান্ত মতে বহাগৰ কুৰি তাৰিখে ইংৰাজৰ নাজিৰা, ৰংপুৰ আৰু দিখৌমুখৰ সৈন্য-শিবিৰ আক্ৰমণ কৰে; ৰংপুৰৰ বাহিৰে আন দুঠাইত অসমীয়াৰ আশাতীত জয় হয়। কিন্তু ৰংপুৰৰ পৰাজয় আৰু পিয়লি ফুকন বন্দী হোৱা পৰিস্থিতিয়ে, অসমীয়া মানুহৰ দেশ-উদ্ধাৰৰ পৰিকল্পনাৰ বিপৰীত দুৰ্দশা সৃষ্টি কৰে। এই বিদ্ৰোহৰ সকলো সবিশেষ পাই, ইংৰাজে দহ গুণ সৈন্য আনি, অসমীয়া প্ৰজাক নিষ্ঠুৰভাৱে দমন কৰাৰ ব্যৱস্থাও হাতত লয়। সিহঁতৰ পাশবিক্ অত্যাচাৰ আৰু উৎপীড়ণৰ সীমা নোহোৱা হৈ পৰে; মানৰ দৰেই ইংৰাজ-সৈন্যই পুনৰ দেশত অৰাজকতাৰ কঠিন সমস্যা সৃষ্টি কৰি, লুটপাত, হত্যা আৰু সতীত্ব নাশ—এইবোৰ অশান্তিৰে ইয়াৰ্ আবাল-বৃদ্ধ-বণিতা সকলোৰে হাহাকাৰ আনিবলৈ ধৰে।

অসমৰ ঘাই বিদ্ৰোহীসকলক ধৰিবলৈ ৰাতি-দিন নগৰে-চহৰে, পৰ্বতে-ভৈয়ামে, হাবিয়ে-বননিয়ে—বৰকান্দাজ বিলাক ঘিটঘিটাই ফুৰিবলৈ ধৰে। সিহঁতৰ ইচ্ছামতেই যাকে-তাকে বন্দী কৰা, গুলীয়াই মৰা, লঘু-লাঞ্ছনা কৰা,—এনে অত্যাচাৰো সাৰি নগল। কোনোৱ বাহত জুই দি ৰক্ষা নোপোৱাৰদৰে, ইংৰাজহঁতকো জোকাই লৈ এতিয়া মানুহে বৰ্ণনাৰো অতীত বিপদ-আপদত পৰে। কাৰোবাৰ ঘৰ-দুৱাৰ পুৰি পেলায়, কাৰোবাৰ বয়-বস্তু লুটি লৈ যায়, কাৰোবাক ফাটেক-জৰিমানা কৰে আৰু কোনো কোনোক দেশান্তৰী কৰি ক'ৰবালৈ চালান দিয়ে। এইবিলাকৰ বাবেই কঁকাল ভাগি থকা জুৰুলা দেশখন, আকৌ বেছিকৈ জুৰুলা অৱস্থাত পৰি যায়। ইংৰাজে অসমীয়া জাতিৰ ভবিষ্যৎ কোনো কালেই মূৰ দাঙিব নোৱাৰাকৈ সিহঁতৰ কঁকাল ভাঙি ভৰিৰে গচকি লয়।

লাহে লাহে অসমীয়াৰ একমাত্ৰ অস্ত্ৰাগাৰ সেই জবকাৰ কথাও ইংৰাজৰ কাণত পৰে। কিছুমান স্বাৰ্থপৰ দেশদ্ৰোহী অসমীয়াৰ-পৰা জবকাৰ বিতং বাতৰি পাই, ইংৰাজ-সৈন্য তালৈ আগুৱাই যাবলৈ ধৰে। মইনা খাৰঘৰীয়া ফুকনে এই বাতৰি পাই, বৰ বিমোৰত পৰি যায়; কিন্তু উপায় নাই, শত্ৰুহঁতক বিনা ৰণে প্ৰাণৰ জবকা অস্ত্ৰাগাৰ এৰি দিবৰ তেওঁৰ সাধ্য নহল। পৰাপক্ষত মৃত্যুৰ আগ মুহূৰ্ত্তলৈকে যুঁজি জবকাক ৰক্ষা কৰিব, নহয় প্ৰাণ দিব, এইয়ে তেওঁৰ একমাত্ৰ দৃঢ়প্ৰতিজ্ঞাও হয়। তেওঁৰ লগৰীয়া সকলকো শত্ৰুৰ লগত যুঁজিবলৈ প্ৰস্তুত কৰি ৰাখে; তাৰোপৰি তেওঁৰ এটা শক্তিমন্ত দলো ইংৰাজ-সৈন্যহঁতক ভেটিবলৈ ভজো পৰ্য্যন্ত আগবঢ়াই থয়। এই দুৰ্যোগৰ সময়ত কাৰো মুখত পানী নাই;—তেওঁলোকৰ প্ৰাণৰ চিন্তাতকৈ কেনেকৈ দেশৰ শেষ সম্বল—জবকাৰ অস্ত্ৰাগাৰ ৰক্ষা কৰিব পাৰে, সেয়েহে একমাত্ৰ চিন্তা হৈ উঠে। ইফালে নুমলী গোহাঁই আৰু পিয়লি ফুকনৰ বন্দী অৱস্থাত তেওঁলোকৰ বেজাৰ আৰু চিন্তাত যেন কাঁহ পৰি

জীৰ্ণ গ'ল। ইমান দিনীয়া যত্ন, কষ্ট ত্যাগ আৰু আশা অথলে যাবলগীয়া অৱস্থা হৈ পৰাত—প্ৰত্যেকেই সন্মুখ ৰণত যুঁজি মৰিবলৈ পালেহে ভাল লগা মনোভাবো হয়।

মইনা খাৰঘৰীয়া ফুকনে ভালকৈ জানিছিল যে, ইংৰাজৰ শত-সহস্ৰ সৈন্যৰ আগত তেওঁৰ এমুঠি মানুহ ৰক্ষা নপৰে; তথাপি প্ৰাণৰ জবকাৰ মমতা পাহৰিব নোৱাৰি,—সেইভাৱে প্ৰাণ দিবলৈকে ভাল পালে। মৃত্যু সুনিশ্চিৎ বুলি জানি, তাৰ আগে আগে এখনি দীঘলীয়া চিঠিত তেওঁৰ মৰ্ম-বেদনা উল্লেখ কৰি, বৰপুতেকলৈ পঠাই দিয়ে। সেই চিঠিত উল্লেখ কৰে যে, দেশদ্ৰোহী কিছুমান অসমীয়াই কেনেকৈ আগ মঙহ খালে, কেনেকৈ ৰংপুৰত অসমীয়াৰ পৰাজয় ঘটিলে আৰু কেনেকৈ এই জবকাও ধ্বংস পাবলৈ হ'ল! শেষত চিৰকালৰ বাবে শেষ বিদায় লৈ,—সেই দেশৰ মহাশত্ৰুহঁতকো নাপাহৰিবলৈ দঢ়াই দঢ়াই কৈ চিঠিৰ সামৰণি মাৰে।

ইংৰাজৰ সৈন্যহঁত গৈ ভজো পায় আৰু তাতেই মইনা খাৰঘৰীয়া ফুকনৰ প্ৰথম দলটোৰ সৈতে তুমুল যুদ্ধ হয়। সেই যুদ্ধত এমুঠি অসমীয়া সৈন্য কোনো মতেই তিষ্ঠিব নোৱাৰি, জবকালৈ পাচুৱাই যায়। জবকাত উভয় পক্ষৰ অভূতপূৰ্ব ৰণ লাগে, চাৰিদিন ধৰি সেই ৰণ কৰিও ইংৰাজে জবকা দখল কৰিব নোৱাৰি বিপদত পৰি, অন্য উপায়ে অসমীয়াক পৰাজয় কৰিবলৈ অসৎ উপায়ৰ আশ্ৰয় লয়। সিহঁতৰ এটা দলে পাহাৰৰ আঁৰে আঁৰে গৈ, জবকাক পিচৰপৰা আক্ৰমণ কৰিবলৈ মনস্থ কৰিলে। এফালে এটা দলে সন্মুখৰ পিনৰ পৰা আক্ৰমণ চলাই থাকে আৰু আনটো দলে সেই-ভাৱেই পিচৰপৰা আক্ৰমণ কৰিবলৈ আগুৱাই যায়। কেওফালে ভীষণ যুদ্ধ, বন্দুকৰ ধ্বনিত কাৰো মাত ক'তো শুনিবলৈ নাই, পৃথিবী কঁপি উঠে, মানুহৰ চিঞৰৰ বাখৰত গগন ফাটে, তেজৰ নৈ বৰলৈ ধৰে। অসমীয়াই জবকাৰ অস্ত্ৰাগাৰ ৰক্ষা কৰিবলৈ প্ৰাণপণে

খুজে, জনে জনে জৰকাৰ পৱিত্ৰ ভূমিত বাগৰি পৰি ইহলীলা সম্বৰণ কৰে, কাৰো গাত ধৈৰ্য নাই, প্ৰবল পৰাক্ৰমে শত্ৰুৰ লগত একেভাৱেই যুদ্ধ কৰি থাকে।

পুৱতি নিশা। মইনা খাৰঘৰীয়া ফুকনে দেখিবলৈ পায় যে, শত্ৰু সৈন্যই পিচৰ পৰা জৰকা আগুৰি ধৰিছে। তেতিয়া তেওঁৰ মূৰত আকাশ ভাগি পৰি যায়, এতিয়া তেওৰ সকলো চেষ্টা বিফল অৱস্থাত পৰে, ৰক্ষা পোৱাৰ কোনো উপায় নথকা হয়। এইয়ে শেষ যুদ্ধ আৰু এইয়ে জৰকা পতনৰ শেষ মুহূৰ্ত্ত বুলি জানি, তেওঁ শেষবাৰলৈ সকলোকে সাৱধান কৰি দিয়ে; হবিলাকেও মৰিবলৈ সাজু হয়। তেওঁলোকৰ পৱিত্ৰ স্থান, প্ৰাণৰ অস্ত্ৰাগাৰ, দেশৰ আশাঁৰ শেষ সম্বল, সেই জৰকাৰ ধুলি শিৰত লৈ, এবাৰ চুচকুলোৰে জৰকাক সেৱা জনাই, শেষ বিদায় মাগিলে।

চাওঁতে চাওঁতে শত্ৰু সৈন্য আহি ওচৰ চাপিল। সিহঁতে দুয়োফালৰ পৰা ভীষণ আক্ৰমণ চলাই, নিমিষতে অসমীয়া সৈন্যক নিপাত কৰিবলৈ ধৰিলে। এই মুহূৰ্তত উপায় নাপাই, মইনা খাৰঘৰীয়া ফুকনে নিজে হাতত জুই লৈ খাৰত জুই লগাই দিয়ে; একপলকতে খাৰত জুই লাগি গোটেই অস্ত্ৰাগাৰ পুৰি ধ্বংস কৰি পেলায়। নিজ হাতে গঢ়া প্ৰাণৰ অস্ত্ৰাগাৰৰ জুইত তেওঁ নিজেও জঁপিয়াই পৰি, ইহলীলা সম্বৰণ কৰিলে! সেইভাৱেই অসমৰ একমাত্ৰ অস্ত্ৰাগাৰ 'জৰকা' পতন হয়।

বীৰপুৰুষ মইনা খাৰঘৰীয়া ফুকনৰ অমৰ আত্মাই আজিও হয়তো জৰকাত থিয় হৈ করুণ কাহিনী কৈ কৈ চিঞৰি উঠিছে— "কোন ক'ত আছা, এবাৰ জৰকাৰ শেষ স্মৃতি চাই যোৱাঁহি, সি কিমান নীৰৱ-নিস্তব্ধ-শূন্য হৈ ৰ'ল।"*

* 'সংগ্ৰাম'ত প্ৰকাশিত।

# সুন্দৰ গোহাঁই

[ ইংৰাজ-শাসনৰ উচ্ছেদ্ কৰিবলৈ আয়োজন কৰা আক্ৰমণৰ বাবে আৱশ্যক হোৱা, চোৰাংচোৱা বিভাগৰ সম্পূৰ্ণ দায়িত্ব আৰু গধুৰ ভাৰ সুন্দৰ গোহাঁইৰ ওপৰত পৰে। তেওঁ কেনে পৰিপাটিকৈ সেই বিভাগ পৰিচালনা কৰিছিলে আৰু শেষত শদিয়াৰ খামতি-ৰাজ্যলৈ গৈ, তাত ইংৰাজৰ সৈন্যৰ লগত যুঁজি কেনেকৈ প্ৰাণ হেৰুৱালে,—এই খণ্ডত তাৰ বিৱৰণী দিয়া হৈছে। ]

অসমৰ স্বাধীনতা বেলি মাৰ যোৱাৰ পিচতো বুৰঞ্জী প্ৰসিদ্ধ মাতুৰীয়াল বৰগোহাঁই ফৈদৰ কেবাজনো দেশ-প্ৰেমিকৰ নাম পোৱা যায়। সেই সকলৰ ভিতৰত সুন্দৰ গোহাঁয়ো আছিলে এজন গুণী-জ্ঞানী যুঁজাৰু পুৰুষ। তেওঁ গুণ-গৰিমাত যেনে গুণৱন্ত আছিল—ৰাজ-নীতি ক্ষেত্ৰতো তেনে বিচক্ষণ হৈ সমাজত শ্ৰেষ্ঠ স্থান লাভ কৰিব পাৰিছিলে। তেওঁৰ দুজন পুত্ৰ আৰু এটি কন্যা আছিল; সেই কন্যাটিকে কেন্দুগুৰিৰ বৰপাত্ৰ গোহাঁইৰ ঘৰলৈ বিয়া দিয়ে। তেওঁ ৰূপে-গুণে, কথাই-বতৰাই আৰু চেহেৰা পানীয়ে অতি সুন্দৰ আছিল বাবেই, তেওঁক সুন্দৰ গোহাঁই বুলিছিল।

চৰাইদেউৰ সেই গুৰুত্বপূৰ্ণ মেললৈ সেই অঞ্চলৰ পৰা এওঁকেই নিমন্ত্ৰণ কৰা মতে, নিৰ্দ্দিষ্ট তাৰিখত তাত উপস্থিত থাকে। যি কোনো আক্ৰমণৰ বাবে সদায় চোৰাংচোৱা বিভাগৰ অত্যন্ত দৰ্কাৰ হয়। গতিকে এই বিভাগৰ অত্যাৱশ্যকীয় প্ৰয়োজন বুজি, ৰাইজে এই সুন্দৰ গোহাঁইকে চোৰাংচোৱা বিভাগৰ একমাত্ৰ নায়ক পাতি লয়। ৰাইজৰ আদেশ-আশীৰ্ব্বাদ শিৰত লৈ গোহাঁয়ে তেওঁৰ কামত আত্মনিয়োগ কৰি, সেই বিষয়ত একান্তমনে লাগে।

তেওঁ বেলেগ বেলেগ ঠাইৰ উপযুক্ত মানুহ বাছি লৈ, এটা শকত—কাজুৱা চোৰাংচোৱা দল গঠন কৰি লয়। ৰঙাগড়া চৰাইদেউ, টিংখং, বাঁৰৈটিং, নামদাং আৰু দিচাংমুখত সেই চোৰাং-

চোৰাসকলক আৱশ্যকীয় প্ৰশিক্ষণ দিবলৈ ধৰে। সিহঁতে কণা কুঁজা বলিয়া, মদপী, মগনীয়া, বৈৰাগী এইবোৰ ছদ্মবেশত কেনেকৈ শত্ৰুপক্ষৰ বা-বাতৰি সংগ্ৰহ কৰি আনিব লাগে সেইবিলাকৰো ভাল শিক্ষা পায়। এই চোৰাংচোৱা বিলাকৰ সহায়ৰ বলতেই মুমলী গোহাঁই, পিয়লি ফুকন আৰু চিকণ ঢেকীয়াল ফুকনে তেওঁলোকৰ নিজ নিজ ঠাইৰ আক্ৰমণৰ সকলো সুদিহা কৰি লব পাৰিছিলে। চোৰাংচোৱাবিলাকে প্ৰতিদিনে আৱশ্যকীয় বিবিধ বাতৰিবোৰ আমি কামৰ চল আৰু সুবিধাবিলাকো উলিয়াই দিছিলে।

ইংৰাজ বা বগা-বঙালসকলে উজাই আহি উজনিৰ দিখৌমুখ, ৰংপুৰ আৰু নাজিৰাত শিবিৰ-অফিচ বহুৱাই, যেতিয়া এইবিলাক ঠাইৰ বাঁইজসকলৰ মাজত অসৎ ব্যৱহাৰ আৰু অত্যাচাৰো আৰম্ভ কৰিবলৈ ধৰে—তেতিয়াই মানুহ বিলাক অধৈৰ্য আৰু বিদ্ৰোহী হয়। এই চোৰাংচোৱা দলৰ সহায়ত বিদ্ৰোহী নেতাসকলে ইংৰাজক আক্ৰমণ কৰিবলৈ স্থিৰ কৰে; আৰু এওঁলোকৰ সেই সহায়তাৰ বলতেই অসমীয়া-বাহিনীৰ দিখৌমুখ আৰু নাজিৰাত অতি আশাতীতভাৱে জয় হয়। কিন্তু কিছুমানৰ বিশ্বাসঘাতকতা আৰু দেশদ্ৰোহীতাৰ বাবেই ৰংপুৰত অসমীয়াবাহিনীৰ অভূতপূৰ্ব পৰাজয় ঘটে আৰু তাৰ প্ৰধান নায়ক বীৰ পিয়লি ফুকনো শত্ৰুপক্ষৰ হাতত বন্দী হয়। ৰংপুৰৰ এই পৰাজয়ে গোটেই অসমীয়া জাতিক জঁয় পেলোৱাৰ উপৰিও, সেই পৰাজয়ে আনে বিদেশী-শাসনৰ কঠোৰতা, অৱৰ্ণিত দুখ-দুৰ্দ্দশা আৰু পৰাধীনতাৰ চৰম সংঘাত। এই ৰংপুৰৰ পৰাজয়ৰ পিচত ইংৰাজৰ অধীনত মানুহৰ হাঁহাকাৰ—বিলৈৰ পাৰ নাথাকে,—ইংৰাজে অবাধে যাকে-তাকে বন্দী কৰি নি, কঠোৰ শাস্তি দণ্ড বিহিবলৈ ধৰে; বৰমূৰীয়া সকলৰো প্ৰায়বিলাককে বন্দী কৰি লৈ যায়। সুন্দৰ গোহাঁইৰ ওপৰতো ইংৰাজ-বিষয়াৰ গ্ৰেপ্তাৰৰ কাৰা আদেশ হয়,—তেওঁক বন্দী কৰিবলৈ দলে দলে বৰকন্দাজ-সকল বাহিৰ হৈ যায়।

সুন্দৰ গোহাঁয়ে কোনোমতেই ধৰা নিদি, গোপন অৱস্থাত লুকাই লুকাই মানুহৰ মন দৃঢ় কৰিবলৈ নেৰানেপেৰা চেষ্টাও চলায়। কেনেকৈ ইংৰাজৰ শাসন সিমানতেই উফৰাব পাৰে, তাৰ বাবে জনসাধাৰণক সকলো প্ৰকাৰৰ দিহা-পৰামৰ্শ দি ফুৰে আৰু দেশৰ হেতুকে দুখ-নিৰ্যাতন, অইন কি প্ৰাণ দিবলৈও প্ৰস্তুত হবলৈ উপদেশ দিয়ে।

সুন্দৰ গোহাঁয়ে কোনোমতেই ৰংপুৰত পুনৰ নতুন সৈন্য-বাহিনী গঠন কৰিবলৈ সুযোগ-সুবিধা নাপাই,—অগত্যা শদিয়াৰ ফালে সেই উদ্দেশ্যৰ হেতুকেই যাবলৈ বাধ্য হয়। তেওঁক ধৰিবলৈ চাহাবসকলে প্ৰতিদিনেই নতুন উপায় অবলম্বন কৰিছিলে যদিও, কোনো মতেই তেওঁক ধৰিবৰ সুবিধা নাপালে। গোহাঁয়ে এদিন নিজৰ জোৰাঁয়েকক লগত লৈ নিৰাপদেই উজনিৰ খামতি ৰাজ্য পালেগৈ। খামতি ৰজাই তেওঁৰপৰা ৰংপুৰৰ দুখজনক বাতৰি পাই বৰ দুখীত হয় আৰু অসমীয়া ৰাইজক পাৰেমানে ধনে-জনে সহায় কৰিবলৈও ওলায়। সুন্দৰ গোহাঁইৰ অনুৰোধ মতে ৰজাই তেওঁক আশ্ৰয় দিয়ে। সেই সুযোগতে সুন্দৰগোহাঁয়ে তাতো এটা শকত ৰণুৱা দল গঠন কৰাত লাগে। তেওঁৰ অসাধাৰণ ৰণ-কৌশল আৰু দেশৰ প্ৰতি প্ৰাণ আহুতি দিব পৰা মনোভাবত ৰজা মুগ্ধ হয়। পিচত তেওঁৰ বীৰত্বৰ পৰিচয় পাই, খামতি ৰজাই সুন্দৰ গোহাঁইক ৰণ গোহাঁই নাম দিয়ে। তাৰোপৰি ৰজাৰ সৈন্যবাহিনীকো এই ৰণ গোহাঁইৰ অধীনত যুদ্ধৰ আৱশ্যকীয় শিক্ষাবোৰো দিয়াবলৈ ধৰে।

সুন্দৰ গোহাঁই তথা ৰণ গোহাঁইৰ গাত সদায় এধাৰ মন্ত্ৰপূত তাবিজ্ আছিল। প্ৰবাদ আছে যে, এই তাবিজৰ বলত তেওঁ অসাধ্যকো সাধন কৰিব পাৰিছিল। বল-শক্তি অটুট ৰাখা, যুদ্ধত জয়লাভ কৰা আৰু ৰণত অদৃশ্য হৈ শত্ৰুক বধ কৰা,—এইবিলাকো সেই তাবিজৰে অলৌকিক্ শক্তি বুলি কয়। অৱশ্যে তাবিজৰ সেই শক্তি অটুট ৰাখিবলৈ কিছুমান ধৰা-বন্ধা কঠোৰ ৰীতি-নীতিও পালন

কৰিবলগীয়া হৈছিল। সেইবিলাক সাধনাৰ অলপ ব্যতিক্রম 'বা অপৰাধ হলেই তাবিজৰ কোনো মাহাত্ম্যও নাথাকে বুলি তেওঁৰ দৃঢ় ধাৰণাও আছিল।

ইংৰাজসকলে উজাই গৈ আবৰৰ ৰাজ্য পায়। সেই আবৰ-সকলক যুদ্ধত পৰাস্ত কৰি তেওঁলোকৰ দখলৰ অধীনলৈ আনে। এইভাৱেই ইখনৰ পিচত সিখনকৈ পৰ্বতীয়া ৰাজ্য দখল কৰি ইংৰাজে তাতো তেওঁলোকৰ অফিচ-শিবিৰ বহুৱায়। তাৰ কিছুদিনৰ পিচত, সিয়নিত শুই খোৱা চতুৰ ইংৰাজে গম পায় যে, ৰংপুৰৰ সুন্দৰ গোহাঁয়ে খামতি ৰাজ্যলৈ পলাই আহি, তাত ৰণ-গোহাঁই নাম লৈ খামতিৰ সৈন্যবোৰ পৰিচালনা কৰিবলৈ ধৰিছে। এই নতুন সংবাদ পাই, ইংৰাজ চাহাবহঁতৰ গাত সাত কুৰামান জুই জ্বলিবলৈ ধৰে আৰু সুন্দৰৰ নাম শুনা মাত্রেই খং-ৰাগত তিনি জাঁপ মাৰিবলৈ ধৰে। খামতি-ৰজাই তুৰন্তে সেই সুন্দৰ গোহাঁইক তেওঁলোকৰ হাতত গতাই দিবলৈ ইংৰাজে তেওঁক কঠোৰ দাবী জনায়। এই দাবীত ৰজা বৰ অপমানিত হৈ চাহাবলৈ উত্তৰ দিয়ে,—ঠিক্ ইংৰাজৰ সেই কঠোৰ ভাষাৰেই। খামতি ৰজাৰ ইংৰাজলৈ দিয়া চিঠি আছিল এই—

ইংৰাজ চাহাব!

তোমালোকে দেশত শান্তি স্থাপন কৰিবলৈ আহিছা বুলি দেশে দেশে তোমালোকৰ জয় ঢোল বজাই ফুৰিছা। কিন্তু, কাৰ্যত দেখা পোৱা গৈছে যে, শান্তিৰ ঠাইত কেবল অশান্তিৰ জুই জ্বলাই মানুহৰ দুখ-বিলৈ সৃষ্টি কৰিছা। মানুহক মাৰি-কাটি দেশত তেজৰ নৈ বোৱাইছা। ডকাইতৰ দৰে অন্যায় আৰু অনীতিৰে পৰৰ ৰাজ্যত সোমাই, বলেৰে মানুহৰ বয়-বস্তু লুটি নিছা, মানুহৰ ওপৰত অযথাই কঠোৰ শাস্তি-দণ্ড বিহিছা, বিনা বিচাৰে মানুহক হত্যা কৰিছা, ঘৰে ঘৰে কান্দোনৰ ৰোল তুলি বৰ আনন্দ আৰু তৃপ্তি পাইছা!

মই জানিবলৈ পাইছোঁ—তোমালোকে সোণৰ ৰংপুৰত পাশবিক অত্যাচাৰ চলাই, সেই ঠাই মৰিশালিত পৰিণত কৰিছা। পৰ্বতীয়া ৰাজ্য—নগা, আবৰ, দফলা সকলকো অন্যায় ভাবে আক্ৰমণ কৰি, সিহঁতৰ স্বাধীনতা হৰণ কৰিছা ; তোমালোকে ইচ্ছা মতেই তাত তোমালোকৰ বিজয়ী নিচানো উৰাইছা। মই তোমালোকক সুধিব পাৰোনে—এইয়ে তোমালোকৰ শান্তিৰ নমুনানে ?

তোমালোকে এতিয়া আমাৰ ৰাজ্যও আক্ৰমণ কৰিবলৈ চেলু আৰু সুবিধা বিচাৰি ফুৰিছা। মনত ৰাখিবা আমি আমাৰ এটি প্ৰাণী জীয়াই থকালৈকে কোনো কালেই তোমালোকৰ সেই অন্যায়-অসঙ্গত দাবী মানি নলওঁ ; আমি তেনে কৰি আমাৰ কলঙ্ক-কালিমা অনাতকৈ ৰণত প্ৰাণ দিম। ইয়াকো জানি থবা, এদিন ঈশ্বৰৰ ওচৰতো তোমালোক নিশ্চয় দোষী হৈ সৰ্বস্ব হেৰুৱাবলৈ পাবা। কাৰণ অত্যাচাৰীহতঁৰ কোনো কালেই কল্যাণ নাই। এই কথাও নাপাহৰিবা।

ৰণ গোহাঁইক বিনা যুদ্ধে পাবলৈ আশা কৰাই তোমালোকৰ ভুল। মোৰ প্ৰত্যেক জন মানুহেই তেওঁৰ বাবে প্ৰাণ পৰ্যন্ত এৰিবলৈও প্ৰস্তুত বুলি নিশ্চয়কৈ বুজিবা। বোধকৰোঁ এই কথা নকলেও তোমালোকে বেছ অনুভবো কৰিব পাৰিছাই।

ইতি—

খামতি ৰজা।

ইংৰাজ চাহাবহঁতে খামতি ৰজাৰপৰা এই চিঠি পাই স্থিৰেৰে থাকিব নোৱাৰিলে, সিহঁতৰ গাত গোসাই নোহোৱা হয়। ইয়াৰ বাবে প্ৰতিশোধ লবলৈ দৃঢ় প্ৰতিজ্ঞ হয় আৰু তেতিয়াই সেই খামতি ৰাজ্য আক্ৰমণ কৰিবলৈ সৈন্যদলক আদেশ দিয়ে। খামতি-সৈন্যৰ লগত ইংৰাজৰ তিনিদিন ধৰি তুমুল সংগ্ৰাম হয় ; উভয় পক্ষৰ হাজাৰ হাজাৰ সৈন্য-সামন্তই প্ৰাণ দিয়ে। শেষত খামতিসকলে

পাহাৰৰ আঁৰে আঁৰে গৈ ইংৰাজৰ বাট অবৰোধ কৰিবলৈ চেষ্টা কৰে। পাহাৰত শত্ৰু উঠাৰ বাটত তেওঁলোকে ডাঙৰ ডাঙৰ কাঠ আৰু শিল বগৰাই বগৰাই সিহঁতৰ সৈন্যক মাৰিবলৈ ধৰে। ইফালে পৰ্বতীয়া জান-জুৰি-নৈত কিছুমান মাৰাত্মক বিহ ঢালি, পানী বিষাক্ত কৰে আৰু সেই বিষাক্ত পানী খাই শ-শ জন শত্ৰুসৈন্য মৰে। চাহাবহঁতৰ এনেবোৰ বিপদ-আপদৰ সীমা নাথাকে; তেওঁলোকৰ যুদ্ধত জয়ী হোৱা কথা এটা সপোন যেন হৈ পৰিছিল।

তেতিয়া খামতিৰ সৈতে আবৰৰ ভয়ঙ্কৰ বিবাদ আছিল। অৱশেষত ইংৰাজসকলে সেই আবৰহঁতক হাত কৰি লৈ, পিচ পিনৰ পৰা খামতি-সৈন্যক আক্ৰমণ কৰাৰ উপায় লয়; সেই অন্যায় অসৎ উপায় লোৱাত এতিয়া খামতিসকল মহাবিপদৰ মুখত পৰে; ইফালে ৰণ গোহাঁইৰো সকলো পৰিকল্পনাই এতিয়া বেলেগ অৱস্থা ধাৰণ কৰে। তেওঁ বিপদৰ মুখত হতবুদ্ধি হৈ পৰে। এদিন জোৱায়েকক লগত লৈ গভীৰ মাজৰাতি মৰণত শৰণ লৈ, তেওঁ শত্ৰুৰ শিবিৰত সোমাই সন্মুখত যাকে পালে তাকে কচুকটা দিলে। শিবিৰৰ অন্যান্য ইংৰাজ সৈন্যই গম পাই তৎক্ষণাত অস্ত্ৰ-শস্ত্ৰ লৈ খেদি আহে; ৰণ গোহাঁইহঁত শিবিৰৰ পিচফালে দি পলাবলৈ গৈ বাটত এটা প্ৰকাণ্ড গড় পায়; ৰণ গোহাঁইৰ নিমিত্তে সেই গড়টো জঁপিয়াই পাৰ হবলৈ কোনো মস্কিল নাছিল; কিন্তু জোঁৱায়েকৰ তেনে শক্তি নথকাৰ নিমিত্তেই তেওঁক পিঠিত তুলি লৈ, অতি কষ্টেৰে সেই গড়ৰ ওপৰেদি জাপ্ দিয়ে। তাতে গড়ৰ বাহিৰত শিলত পৰি তেওঁৰ সোঁ-ভৰিটো ভাগে। তলতীয়া লোকক পিঠিত তুলি লৈ নিজৰ মান-সন্মান হেৰুৱাৰ হেতুকেই যে, মন্ত্ৰপূত তাবিজেও কোনো গুণ নিদি সেই অৱস্থা কৰিছে, তাকো তেওঁ বেছ বুজিব পাৰি হতাশ হয়। ওচৰতে এখন বৌৰতী নৈ, সেই নৈ পাৰ হৈ নগলে তেওঁ কোনোমতেই ৰক্ষা নপৰে। তেওঁ কোনো মতে জোঁৱায়েকৰ সহায়ত গৈ গৈ সেই নৈ পায়; তেতিয়া তাত

এটা জালোৱাই নাৱত উঠি জাল বাই মাছ ধৰি আছিল। গোহাঁয়ে তাক খৰধৰকৈ সেই নৈখন পাৰ কৰি দিবলৈ কোৱাত,—প্ৰথমে সি কোনোপধ্যে পাৰ কৰি দিবলৈ মান্তি নহয়। শেষত তাৰ প্ৰাণৰ ভয় দেখুওৱাতহে সি অনিচ্ছা সত্ত্বেও অতি ভয়ে ভয়ে তেওঁলোকক পাৰ কৰি দিয়ে। নাৱত পাৰ হওঁতে জোৰাঁয়েকে এবাৰ কথা প্ৰসঙ্গতে গোহাঁইক কয়—"ই যেতিয়া প্ৰাণৰ ভয়তহে আমাক পাৰ কৰি দিছে, সুবিধা পালেই আমাৰ শত্ৰুহঁতকো সবিশেষ কবগৈ। গতিকে ইয়াৰ কোনো বিশ্বাস নাই,—ইয়াক বধ কৰাহে ভাল।" তেতিয়া গোহাঁয়ে হাঁহি হাঁহি উত্তৰ দি কৈছিলে—"অৱশ্যে ইয়াক বধ কৰাই মঙ্গল হলেও, ই যে এই বিপদত আমাক এইকণি সহায় কৰিছে,—তাৰ বাবেই সি আমাৰ বিপদৰ বন্ধু। আমি তাক বধ কৰিলে আমাৰ মহা পাপ হব আৰু ঈশ্বৰেও নসহিব। বাৰু, সিপাৰত গৈ ইয়াৰ এটা ভাল ব্যৱস্থা কৰা হব, আমি কোনো মতে পাৰ হৈ লওঁ।"

তেওঁলোকৰ এইবোৰ কথোপকথন সেই মাছমৰীয়াই কাণ পাতি শুনি আছিল আৰু সিপাৰ পায়েই সি ভয়ত পানীলৈ জঁাপ মাৰি দি, সাঁতুৰি ইপাৰ হয়। তাক বধ কৰাৰ কথা শুনি তাৰ প্ৰাণবায়ু ওলাই যাওঁ,—ওলাই যাওঁ লাগিল। সি ইপাৰ পাই তাৰ মাছ আৰু জালখন তাতে পেলাই থৈ প্ৰাণৰ ভয়ত থৰকাচুতি এৰি ঘৰলৈ কাঁড় যোৱাদি লৰিবলৈ ধৰে। সি তেতিয়া মহাকাল যমৰ হাতৰ পৰাহে ৰক্ষা পৰিলে বুলি ভাবিলে।

যেনে সন্দেহ, তেনে কাম। সিফালে নেজকটা বাঘৰ দৰে খঙে-ৰাগে উগ্ৰমূৰ্তি ধৰি ইংৰাজৰ সৈন্যবোৰে হত্যাকাৰীহঁতক বিচাৰি কেওফালে পাত্‌পাত্‌ কৰি ফুৰে। বাটত সেই জালোৱাটোক লগ পাই, তাক সেইফালে কোনোবা যোৱা দেখিছিলেনে বুলি সোধাত, জালোৱাই সেই গোঁহাইহঁত যোৱাৰ কথা কৈ দিয়ে। সৈন্যহঁতে তেতিয়া অনুমান কৰে যে তেওঁলোকেই আক্ৰমণকাৰী আৰু

তেওঁলোকেই শিবিৰ সোমাই ইমানবোৰ সৈন্যক কাটিলে। সৈন্যইঁতে এই কথাৰ ভাল প্ৰমাণ পাই, তেতিয়াই নৈখন পাৰ হৈ, তেওঁলোকক পিচে পিচে খেদিবলৈ ধৰে। সেইসময়ত ৰণ গোহাঁয়ে ভৰিৰ বিষত পাহাৰ বগাব নোৱাৰা হয় আৰু অতি দুৰ্বল অৱস্থাত মাটিত পৰি যায়। গোহাঁইৰ তেনে অৱস্থাত তেওঁক জোঁৱায়েকে পিঠিত তুলি কঢ়িয়াই নিবলৈ চেষ্টা কৰে; কিন্তু নোৱাৰিলে, তেওঁৰ সকলো চেষ্টা বিফলে যায়।

গোহাঁই বৰ অৱশ আৰু ক্লান্ত হৈ পৰে। তেওঁ এতিয়া সেই তাবিজৰ মাহাত্ম্যও নোহোৱা হৈছে বুলি ভাবি লৈ, তেতিয়াই খং আৰু বেজাৰত সেই তাবিজ ধাৰ টানি-আঁজুৰি মাটিত পেলাই দিয়ে। লগে লগে তেওঁৰ মৃত্যু কালো নিচেই ওচৰতেই বুলি সঠিক ভাবে বুজিলে। জোঁৱায়েকক তেতিয়াই সেই স্থান এৰি পলাই প্ৰাণ ৰক্ষা কৰিবলৈ আদেশ দিয়ে কিন্তু শহুৰেকক কোনো মতেই সেই অৱস্থাত এৰি থৈ যাবৰ তেওঁৰ সাধ্য নহয়। তেওঁ কেনেকৈ শহুৰেকক ওচৰৰ ওখ পাহাৰটো বগাই, সিপাৰৰ নিৰাপদ স্থানলৈ লৈ যাব পাৰে,—তাৰে নেৰানেপৰা চেষ্টা কৰে।

কালৰ কৰাল গ্ৰাসত ৰক্ষা কাৰ? চাওঁতে চাওঁতে শত্ৰুপক্ষৰ অসংখ্য সৈন্য আহি তেওঁলোকক কেওফালৰ পৰা আগুৰি ধৰে। অগত্যা গোহাঁয়ে সেই দুখে-কষ্টে জৰ্জৰিত দুৰ্বল গাৰেই শত্ৰু সৈন্যৰ লগত যুদ্ধ কৰিবলৈ, হাতত তৰোৱাল তুলি লয়; সেইভাবে জোঁৱায়েকেও হাতত অস্ত্ৰ লৈ থিয় দিয়ে। উভয় পক্ষৰ যুদ্ধ আৰম্ভ হয়; কিন্তু শত্ৰুইঁতৰ বন্দুকৰ গুলিৰ আগত তেওঁলোকৰ সেই বিক্ৰম বেছি পৰ নিটিকিলে। অৱশেষত শহুৰ জোঁৱাই দুয়ো একে একে শত্ৰুৰ গুলিৰ মুখত প্ৰাণ এৰিলে। ইংৰাজৰ এটা মহাকাল পৰম শত্ৰু নাইকিয়া হয়। এজন পৰাক্ৰমী বীৰ পুৰুষৰ সেইভাৱেই জীৱন অন্ত পৰে।

বীৰ ৰণ গোহাঁইৰ সেই অকাল মৃত্যুত, তেতিয়া খামতি ৰজা

আৰু প্ৰজাসকল তেনেই হতাশ হৈ পৰে। তেওঁলোকে ইয়াৰ যথোচিত প্ৰতিশোধ লবলৈ ইংৰাজৰ সৈতে আপ্ৰাণ যুদ্ধ কৰিছিলে যদিও, ইংৰাজ সৈন্যৰ যুদ্ধৰ উন্নত অজস্ৰ আহিলা-পাতিৰ আগত তেওঁলোকৰ সেই ৰণোদ্যম ম্লান আৰু জঁয় পৰি গৈছিল। শেষত তেওঁলোকেও বগা বঙালৰ হাতত পৰাজয় হৈ, চিৰকাল কৰতলীয়া অৱস্থাত জীৱন কটাবলগীয়াত পৰে। ইংৰাজে এতিয়াহে সেই খামতিসকলৰ পৰা ভালকৈ জানি উঠে যে, সচাঁই ৰংপুৰৰপৰা পলাই অহা সুন্দৰ গোহাঁয়েই, এই ৰণ গোহাঁই। তেওঁলোকৰ ইমান দিনীয়া এটা ডাঙৰ চিন্তা দূৰ হোৱাত আৰু বিপদৰপৰাও অব্যাহতি পোৱাত, নিজকে নিজে ধন্য মানিলে। সেই খামতি-ৰণত জয়ী হৈ ইংৰাজসকলে মহাপয়োভৰে তেতিয়াৰ পৰাই তাত তেওঁলোকৰ বিজয়-পতাকা উৰাই, আৰু অফিচ শিবিৰো বহুৱাই, কোনো অসুবিধা নোহোৱাকৈ নিৰাপদেই শাসন কাৰ্য চলাবলৈ ধৰে। সেই খামতিসকলৰ মাজত এতিয়াও ৰণ গোহাঁইৰ নাম ৰৈ-বৈ আছে আৰু তেওঁৰ বাবে আজিও দুখৰ হুমুনীয়া পেলায়।*

---

* 'সংগ্ৰাম'ত প্ৰকাশিত।

## ভদ্ৰসেন গোহাঁই আৰু চকলা লাহন

[ মোৱামৰীয়া আৰু মানৰ বিদ্ৰোহ-অত্যাচাৰত গাওঁবিলাকৰ সঙ্ঘবদ্ধতা আৰু একতা প্ৰায় নোহোৱা হৈছিলে বুলি কব পৰা যায়। শেষৰ ফালে পিতৃ পূৰ্ণানন্দ বুঢ়াগোহাঁঞিৰ ৰাজ-মন্ত্ৰী ডাঙৰীয়াৰ অশেষ যত্নৰ ফলত পুনৰ আগৰ সঙ্ঘবদ্ধতা ঘূৰি আহিছিলে যদিও,—মানৰ শেষ আক্ৰমণে তাকো মষিমূৰ কৰি পেলায়। এমুঠি হ'ল লেক্‌লৌ পৰুৱাৰো মৰণ নাই,—এই কথাও ৰাইজে বুজিছিল। ইংৰাজৰ শাসনভাৰ উফৰাবলৈও এই সঙ্ঘবদ্ধতা, একতা, অনুপ্ৰেৰণা, ধৈৰ্য এইবোৰৰ আৱশ্যক হৈ পৰে। চৰাইদেউৰ মেলত ইয়াৰ অত্যন্ত আৱশ্যকতা অনুভব কৰি, তাৰবাবে দেহে-কেহে খাতিবলৈ গুণী-জ্ঞানী ডেকা, ভদ্ৰসেন গোহাঁই আৰু চকলা লাহনৰ ওপৰত ৰাইজে ভাৰ দিয়ে। সেই ভাৰ মতে তেওঁলোকে নিজৰ সৰ্বস্ব ত্যাগ কৰিও গাওঁবোৰ কেনেকৈ সঙ্ঘবদ্ধ কৰিছিলে,—এই খণ্ডত তাৰ চমু আভাস দেখিবলৈ পাব। ]

টাই-ৰজা স্বৰ্গদেৱ চুকাফাই ১২২৮ চনৰ আঘোনৰ ১৬ দিনৰ দিনা এই দেশ অৰ্থাৎ সৌমাৰ জয় কৰেহি। তেওঁ ইয়ালৈ অহা নাছিল, আদৰ্শবিহীন কাৰ্য-কলাপ লৈ; তেওঁ লগত আনিছিল মহাবাণী দেশপ্ৰেমৰ অনুপ্ৰেৰণা, বল-বীৰ্য, উচ্চ আদৰ্শ, প্ৰকৃত মানুহৰ অমৰ চানেকী, সঙ্ঘবদ্ধতাৰ স্বৰ্গীয় পৰশ আৰু সুখ-শান্তিৰ অমিয় মাধুৰ্য। তেওঁ অহা নাছিল, সৌমাৰ জয় কৰি নিজৰ বল-বীৰ্য, ক্ষমতা আৰু জনসাধাৰণক ভৰিৰে গচকি লবলৈ; তেওঁ আহিছিল—টাইসকলৰ সভ্যতা, একতা, দেশ-প্ৰেম আৰু অযুত আদৰ্শ-নিদৰ্শন-অনুপ্ৰেৰণা বিলাবলৈ। সেই বাবেই যেতিয়াই যি দেশ জয় কৰি লৈছিল, তেতিয়াই সেই দেশৰ ৰজা-প্ৰজাসকলৰ লগত নলে-গলে বন্ধু হৈ নিজৰ আদৰ্শবোৰ বিলাইছিল আৰু বৈবাহিক সম্বন্ধ পৰ্যন্তও স্থাপন কৰি এক হৈ মিলি গৈছিলে। প্ৰকৃত পক্ষে তেওঁ দেশ জয় কৰি, কাকো ভৰিৰে গচকি লোৱা নাছিল,—তেওঁৰ অপূৰ্ব মৰম-চেনেহ, আদৰ্শ আৰু মিলা-প্ৰীতি

ভাৱ-প্ৰৱণতাইহে সকলোকে মুগ্ধ কৰিছিল আৰু সিবিলাকে তেওঁৰ তলতীয়া হৈ বাস কৰিবলৈ ভালো পাইছিলে; এওঁৰ এনেবিলাক গুণত মুগ্ধ হৈ আৰু স্বৰ্গীয় সুখ-শান্তিও লাভ কৰিবলৈ পাই,— তেতিয়াৰ ৰজা-প্ৰজাসকলে এওঁক স্বৰ্গৰ দেৱতা বুলি ভাবিছিলে আৰু সেই মনোভাবৰ হেতুকেই—'স্বৰ্গদেৱ' বুলি তেওঁলোকৰ শ্ৰদ্ধা-সম্ভাষণো জানাইছিলে।

স্বৰ্গদেউ চুকাফাই তেওঁৰ এমুঠি মানুহেৰে দেশ জয় কৰি ফুৰিছিলে যদিও, আৰু বেছি ভাগ সময় কেৱল যুদ্ধৰ কথাকেই চিন্তা কৰিবলগীয়া হৈছিল যদিও,—তাৰ মাজে মাজে টাইসকলৰ কৃষ্টি-সভ্যতা বিস্তাৰৰ অৰ্থে, কি লিখা-পঢ়া, কি বেপাৰ-বাণিজ্য, কি শিল্প-কলাবিদ্যা, ৰণকৌশল এইবিলাকৰো উন্নতি সাধন কৰিছিল। এই কাৰণেই দুদিনতে সৌমাৰ-বিজয়ী চুকাফা স্বৰ্গদেৱৰ নাম-যশস্যা পতিত পাৱন হৈ পৰে আৰু অন্যান্য ৰজা-প্ৰজাসকলে তেওঁৰ অসীম শক্তিৰ পৰিচয় পাই 'অসম' বুলিছিলে আৰু বহুতৰেই উচ্চাৰণৰ দোষত 'অহম' হয় আৰু কালক্ৰমে তেওঁৰ জাতিটোক মানুহে অহম বা আহোম জাতি নাম দিয়ে। এইয়ে আহোম নামৰ একমাত্ৰ উৎপত্তি বুলি ঠিৰাং ভাবে কব পৰা যায়। মানুহে যদিও তেওঁলোকক আহোম বুলিছিলে—; কিন্তু তেওঁলোকে নিজক টাই জাতি বুলি কৈহে গৌৰৱ কৰিছিল। তেতিয়া অৱশ্যে তেওঁলোকৰ এনেবোৰ নামৰ বাবে চিন্তা কৰিবৰ সময় নাছিল; কেৱল কাৰ্য-কলাপৰ জৰিয়তে নিজৰ সভ্যতা বিকাশ কৰাতহে ৰাতিয়ে-দিনে চিন্তা কৰিছিলে। যাৰ অন্তৰৰ লক্ষ্য সজ, তাৰ জয় অনিবাৰ্য। তেওঁলোকেও নিজৰ আদৰ্শবোৰ এনেভাবে বিস্তাৰ কৰি যাবলৈ ধৰে যে, তেতিয়াৰ বিভিন্ন ঠাইৰ সৰু সৰু ৰাজ্যবোৰেও সময়মতে খন্তেকীয়া যুদ্ধৰ পিচতেই—নিজৰ ৰাজ্য-শাসনৰ ভাৰ স্বৰ্গদেৱক অৰ্পণ কৰিবলগীয়াত পৰিছিল। ইমান কম দিনৰ ভিতৰতে গোটেই সৌমাৰ জয় কৰিব পৰাটো আৰু সকলোকে ইমান মুগ্ধ কৰা কথা

পৃথিবীৰ বুৰঞ্জীত সঁচাই অতিকৈ বিৰল। এই বাবেই সঁচাকৈয়ে চুকাফা স্বৰ্গৰ দেৱতা—সেই স্বৰ্গদেৱ নামৰ অধিকাৰী।

পূৰ্ববপৰাই আহোমসকলে এইটো ভালকৈ লক্ষ্য কৰি আহিছে যে, কোনো এখন দেশ কেৱল যুদ্ধ-বিগ্ৰহৰ ওপৰতে নিৰ্ভৰ কৰি চলিব নোৱাৰে। দেশৰ জনসাধাৰণৰ আৰ্থিক অৱস্থা টনকিয়াল নহলে, সেই দেশ কোনো কালেই উন্নতিৰ জখলাত আগুৱাবলৈও সমৰ্থ হব নোৱাৰে। এই বাবেই গুৰিৰ পৰাই মানুহক সঙ্ঘবদ্ধতাৰ ৰীতি-নীতিৰ মাজলৈ আনি, পৰিশ্ৰমৰ মৰ্যদা, কৰ্মঠ, নিজৰ ভৰিত নিজে থিয় হৈ চলিবৰ ভাব—অনুপ্ৰেৰণা দি, তেওঁলোকৰ আৰ্থিক সমস্যাবোৰৰো সদুপায় কৰি দিছিলে। তেতিয়াৰ দিনত কোনোৱেই আনৰ ভিঙিত উলমি এলেহুৱা হৈ খাবলৈ নাপাইছিলে; ৰজা-ঘৰৰ পৰা কঠোৰ নীতি-নিয়ম, ৰীতি-প্ৰণালী বান্ধি দিয়াত, প্ৰত্যেকেই স্বাৱলম্বী আৰু কৰ্মঠ হৈ দেশৰ সমৃদ্ধি বঢ়াই, জাতিটোক সকলো প্ৰকাৰে জয়জয়-ময়ময় কৰিবলৈও সমৰ্থ হৈ পৰিছিলে। আনফালে এই কৰ্মঠৰ গুণতে নিজৰ স্বাস্থ্য-ধনো অটুট ৰাখিব পৰা কম কথা নাছিল।

অসমৰ স্বাধীনতা বেলি মাৰ যোৱাৰ পিচতো, যিসকলে দেশৰ কথা ভাবিছিলে,—তেওঁলোকেও মানুহক তেনেকৈ কৰ্মঠ আৰু সঙ্ঘবদ্ধ হবলৈ উদ্‌গনি-উৎসাহ দিছিলে। সেই বাবেই প্ৰথম-বিদ্ৰোহ আৰম্ভ কৰাৰ আগে আগে, তালৈ বিশেষ ভাবে মনোযোগ দি, তেওঁলোকৰ আক্ৰমণৰ কাৰ্য-তালিকাতো সেই বিষয় বিশেষভাবে অন্তৰ্ভুক্ত কৰিব লগীয়া হৈছিল। দেখা যায়, সকলো কামৰ ভিতৰত মানুহক একেডাল এনা জৰীৰে বান্ধিব পৰা গুণ-ক্ষমতাবোৰ বস্তুতবেই নাই। যাৰ গাত সহনশীলতা, ধৈৰ্য, সততা, যথাৰ্থ যুক্তি দৰ্শাব পৰা গুণবোৰ নাথাকে, তেওঁলোকে সমাজৰ কাম কৰিবলৈ গৈ, এডাল চুলিকে ছুডাল কৰি আউল লগোঁৱাৰহে কাৰণ হৈ পৰে। সংসাৰত পৃথক পৃথক ভাবৰ মানুহ ভৰা; কিন্তু সত্য

আৰু সঁচাৰ সাঁচত, যুক্তি আৰু উদাহৰণৰ মাজত, দোষ-গুণবোৰ পৰিষ্কাৰ ভাবে দাঙি ধৰি বুজাব পাৰিলে, মানুহক একেটি সাঁচত গঢ়িবলৈ একো টান বা মস্কিলো নহয়। গতিকেই চৰাইদেউৰ গুৰুত্বপূৰ্ণ মেলত বাইজে গুণৰ অধিকাৰী কেৱল দুজনক দেখে,—সেই দুজনেই আছিল,—ভদ্ৰসেন গোহাঁই আৰু চকলা লাহন।

ভদ্ৰসেন গোহাঁই আছিল, মুমলী গোহাঁইৰ একমাত্ৰ পুত্ৰ। তেওঁৰ সৰু কালতে আইতাকৰ মৃত্যু হোৱাত, দেউতাকৰ বুকুৰ মাজতেই ডাঙৰ-দীঘল হয়। তেওঁৰ পিছত একেটি ভনীয়েক লাহৰী আইদেৱ। দুয়ো দেউতাকৰ আদৰৰ মাজত অতি আলসুৱা হৈ ডেকা-গাভৰু হয়। দেউতাকৰ বিশেষ সাৱধানতাৰ বলত তেওঁলোক কি লিখা-পঢ়া, কি বুৰঞ্জী চৰ্চ্চা, কি ৰণ-বিদ্যা সকলোতে পাৰ্গত আৰু পাকৈত হৈ উঠে। দেশৰ আৰু জাতিৰ প্ৰতি তেওঁলোকৰ মনোভাব বাঢ়ি যায় আৰু পতনমুখী এই বীৰ জাতিটোক পুনৰ কেনেকৈ নতুন সাচঁত গঢ়ি জগাই তুলিব পাৰে,—সেয়ে একমাত্ৰ চিন্তাৰ কাৰণ হৈ উঠে। অতি কম দিনৰ ভিতৰতে গোহাঁইদেৱ দেউতাকৰ নিচিনা বিশিষ্ট ৰাজনীতি-গুণ সম্পন্ন, আদৰ্শ দেশ-সেৱক, তেজস্বী পুৰুষ হবলৈ ধৰে। সেই ভাৱে সমাজনীতিতো তেওঁ এজন যশস্বী সমাজনেতা বুলি সকলোৰে মাজত প্ৰখ্যাত হৈ পৰে। তেওঁৰ স্বভাবসুলভ মধুৰ ব্যৱহাৰে মানুহক অতিকৈ আপোন কৰি তোলে,—যাৰ বাবে মানুহে সচৰাচৰ তেওঁৰ ওচৰত ব্যক্তিগত আৰু সামাজিক সমস্যাবোৰৰ সমাধান উপায়-বুদ্ধি বিচাৰি আহিছিল। এওঁ দেউতাকৰ পৰামৰ্শ মতেই অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে দেশ-ভ্ৰমণ কৰি,—বেলেগ বেলেগ ঠাইৰ সমাজবিলাকৰ ৰীতি-নীতিবোৰৰ ভাল অভিজ্ঞতাও অধ্যয়ন কৰে। এই ভাৱে ফুৰি ফুৰি তেওঁ সমাজৰ যথেষ্ট জ্ঞান-অভিজ্ঞতা লাভ কৰাৰ পিচত, সমাজনীতিৰ এটা কাৰ্যকৰী পন্থাও বিচাৰি পায়,—যাৰ বলত উচ্চ নীচ ভাবৰ ঠাইত সমতাৰ এনা জৰীৰে সকলোকে বান্ধিব পৰা যাব বা বান্ধিব পাৰিব।

চকলা লাহন আছিল গোহাঁইদেৱৰ অতি অন্তৰঙ্গ বন্ধু আৰু বাল্যকালৰ লগৰীয়া। তেওঁৰ ঘৰ আছিল ওচৰৰ তামুলি বজাৰত। সৰু কালৰে পৰাই তেওঁবো দেশৰ কথাবোৰত বৰ ৰাপ থকাত, সচৰাচৰ তেওঁ সেইবোৰকে গোহাঁইদেৱৰ লগত আলাপ-আলোচনা কৰি সময় কটাইছিল। লাহন-বংশৰ তেওঁ আছিল এজন উজ্জ্বল ৰত্ন। ছশ বছৰীয়া আহোম-সাম্রাজ্যৰ কাৰ্য কলাপ আৰু জাতীয় বুৰঞ্জী বিষয়ত তেওঁৰ সমান অগাধ পণ্ডিত, কেও নাছিল বুলি কলেও মিছা নহয়। তেওঁ দেখা পাইছিলে যে, স্বৰ্গদেৱসকলে যেতিয়াৰ পৰাই একোটা শাসনৰ গধুৰ দায়িত্ব ভাৰ অনা-আহোমসকলক দি অব্যাহতি প্ৰাবৰ আশা কৰিছিল, তেতিয়াৰ পৰাই শাসন যন্ত্ৰত মাৰাত্মক কেৰোণ আৰু আঁৰ কেঁৰাও লাগিবলৈ ধৰে। বিশেষকৈ, এটা দলে বিদেশী আক্ৰমণকাৰীহঁতক বাধা দিবলৈ আপ্ৰাণ চেষ্টা কৰাত নিমগ্ন হয়, আৰু আনটো দলে ৰজাঘৰীয়া উচ্চ বিষয়-বাব পাই সমাজত কিছুমান ঠেক মনোবৃত্তিৰ কেৰোণ সুমুৱাই দি মানুহক ভাগ ভাগ কৰিবলৈ তলখুৰুৰীয়া ভাব-ভঙ্গীৰ আশ্ৰয় লবলৈ ধৰে। এই কাৰণেই সৰু কথাই বৰহৈ পিচত শাসন নীতিতো আঁৰ লগায়। তেনেবোৰৰ পৰাই নানা বিষয়ৰ সমস্যা বহুল ক্ষেত্ৰৰ মাজত কি ৰজা ঘৰৰ, কি প্ৰজাঘৰৰ—কাৰো সুখ-শান্তি নথকা অৱস্থা হয়। প্ৰকৃত কথা কবলৈ গলে, সেই আউল লগা শাসনৰ আউলবোৰ ভাঙিবলৈ অসমৰ্থ হোৱাৰ পৰাই, দেশৰ অপূৰণীয় অধঃপতন হয়, আৰু শেষত স্বাধীনতা হেৰুৱাই অসমীয়াই অঠাই সাগৰত পৰি কক্‌বকাবলৈ ধৰে।

স্বাধীনতা হেৰুৱা অসমীয়া ৰাইজৰ প্ৰাণত পুনৰ স্বাধীনতাৰ সপোন জাগি উঠে। সকলোটি এক হৈ বগা-বঙালক খেদিবলৈ মনত প্ৰবল ধাউতি হয়। কাৰণ বিনা যুদ্ধে, বিনা ৰীতি-নীতিত-সেইভাৱে এখন মনোৰমা দেশ ইংৰাজৰ হাতলৈ যোৱা কথাই, তেওঁলোকক অতিকৈ বিতত কৰি তুলিছিল। মানে অসম দেশক

লবাৰ খেলাৰ পুতলা স্বৰূপ কৰি, ইংৰাজক বিনা বিচাৰে খেলিবলৈ• এৰি দিয়া কথাবোৰে, তেওঁলোকক বৰকৈ অপমানিত আৰু ক্ৰোধান্বিত কৰি অন্তৰত বিদ্ৰোহৰ জুই জ্বলাই দিছিলে।

এই জীৱন-মৰণৰ সন্ধিক্ষণত ভীৰু আৰু জাতিৰ কলঙ্ক হৈ জীয়াই থকাতকৈ, মৰাই শত গুণে ভাল বুলি ভাবিছিল। আনফালে বীৰৰ বংশত জন্ম লৈ, কাপুৰুষৰ স্বভাবেৰে পূৰ্বপুৰুষসকলক সেই ভাবে নৰকলৈ টানি নিয়া বেদনাই, তেওঁলোকক অতিকৈ খুলি খুলি খাইছিল। তেওঁলোকে ইয়াকো বুজিব পাৰিছিল যে, বিদেশী শাসনে মানুহক চেপি-খুন্দি মনুষ্যত্ব জ্ঞান নাইকিয়া কৰাৰ উপৰিও এটা পৰাক্ৰমী জাতিক অমানুহত পৰিণত কৰিবগৈ। এই এশ এটা চিন্তা লৈ ভদ্ৰসেন গোহাঁই আৰু চকলা লাহনে তাৰ উপায় বুদ্ধি বিচাৰি বিদ্ৰোহী হৈ উঠে। ঠিক এনে সময়তে দেউতাকৰ আৰু অন্যান্য সকলৰো সেই আক্ৰমণৰ মনোভাবত তেওঁলোকৰো আনন্দৰ পাৰ নাথাকে।

ৰাইজে এই দুজন জনা-বুজা উৎসাহী ডেকাৰ ওপৰত প্ৰধান কাম সেই সমাজ সংগঠনৰ ভাৰ অৰ্পণ কৰা মতে, তেওঁলোকেও সেই ভাৱেই নিম্নলিখিত সংগঠনৰ আঁচনি তৈয়াৰ কৰি লৈছিল।

(১) দেশৰ প্ৰত্যেক আবাল-বৃদ্ধ-বণিতা নিৰ্বিশেষে দেশাত্মবোধত অনুপ্ৰাণিত হব লাগিব। আৱশ্যক হলে দেশৰ কামত নিজৰ প্ৰাণো বিসৰ্জন দিবলৈ সাজু হৈ থাকিব লাগিব।

(২) সংগঠনৰ কামত প্ৰত্যেক ঠাইতে সৰু, মধ্যম আৰু বৰ এই তিনিবিধ মেলৰ অনুষ্ঠান থাকিব। যেনে সৰু মেলত কেৱল নিজ নিজ চুবুৰীৰ হিত সাধনৰ কাম হব, মধ্যম বা মাজুমেলত গাওঁখনৰ বিচাৰ হব আৰু বৰ বা ডাঙৰখনত গোটেই অঞ্চলটোৰ অভাৱ-অভিযোগৰ বিচাৰ কৰি, সেইবোৰৰ প্ৰতিকাৰ আৰু হিত সাধনৰ উপায় বুদ্ধি উলিয়াব।

(৩) মানুহে ভয় বা শঙ্কা ভাব পাহৰি, মন-প্ৰাণ সবল আৰু টান কৰিবলৈ শিকিব লাগিব। অন্যায়-অনাচাৰৰ বিৰুদ্ধে মুঠ বান্ধি যুঁজিব লাগিব আৰু দেশৰ সন্মানৰ ৰক্ষাৰ্থে সকলো প্ৰকাৰৰ কষ্ট স্বীকাৰো কৰিব লাগিব।

(৪) কঠোৰ পৰিশ্ৰমৰ দ্বাৰাই আৰ্থিক-অনাটনৰ সমস্যাবিলাক সমাধান কৰি দেশক টনকিয়াল কৰিব লাগিব আৰু ক'তো, কোনো কালেই, কোনোৱেই এমুঠি ভাত আৰু এডোখৰ কাপোৰৰ অভাবত পৰিব নালাগিব।

(৫) দেশৰ ৰৰমূৰীয়াসকলে যেতিয়াই যি নিৰ্দেশ দিব, তাক সকলোৱে প্ৰাণ থাকে মানে পালন কৰিব লাগিব। তেওঁলোকৰ সময়ে দিয়া পৰামৰ্শবোৰ শুনিবলৈ প্ৰত্যেক গাৱঁত প্ৰতি মাহে মাহে একোখন মেল বা সভা বহিব। সেই মেলে যি সিদ্ধান্ত লয়, সেই মতেই ৰাইজে কামত জঁপিয়াই পৰিব লাগিব।

(৬) প্ৰত্যেক গাৱঁত বিবিধ জাতীয় উৎসৱ আৰু তিথি আদি পাতি বুৰঞ্জীৰ বাণী শুনিব লাগিব আৰু বীৰ-বীৰাঙ্গনাসকলৰ গুণ-গৰিমা শুনি, সেই আদৰ্শত অনুপ্ৰাণিত হবলৈ দৃঢ়প্ৰতিজ্ঞও হব লাগিব।

(৭) মানৰ আক্ৰমণত সমাজৰ গাঠনি ছিগি যি অভূতপূৰ্ব পৰিস্থিতি উদ্ভৱ হৈছিল, যাতে সেই মাৰাত্মক বিশৃঙ্খল আৰু অৰাজকতা পুনৰ হবলৈ নাপায়, তাৰ বাবে প্ৰত্যেকেই সাৱধান হব লাগিব। আত্মৰক্ষা কৰিবলৈ আৱশ্যকীয় অস্ত্ৰ-শস্ত্ৰবোৰৰ পৰিচালনাৰ শিক্ষাও লব লাগিব, আৰু ডেকা-গাভৰু সকলেই দেশ উদ্ধাৰৰ কামত সদায় সক্ৰিয় অংশ আৰু আগ ভাগ লবলৈ ওলাই আহিব লাগিব। তাৰোপৰি দেশৰ বাবে নিজৰ সৰ্বস্ব ত্যাগ কৰিবলৈও প্ৰস্তুত হৈ থাকিব লাগিব।

ভদ্ৰসেন গোহাঁই আৰু চকলা লাহনৰ এই আঁচনিৰ তলত মানুহবিলাকে হাতে-কামে লাগি যায়। মানুহে এক গোট হৈ কাম

কৰাত, গাৱঁত তেতিয়া বহুতো আলি পদূলি, নাদ-পুখুৰী আৰু বিভিন্ন বিষয়ৰ সামাজিক অনুষ্ঠানৰো জন্ম হয়। গাওঁবিলাকত সংগঠিত হৈ কাম কৰিলে যে, জাককৰা নাও বামেও যায়,—এই প্ৰমাণো গাৱঁৰ মানুহে মৰ্মে মৰ্মে বুজি উঠে। বিশেষকৈ, ৰাইজে এইটো বুজিব পাৰিলে যে, দেশৰ মেৰুদণ্ড গাওঁবিলাক; যি দেশৰ গাৱঁৰ অবস্থা শোচনীয় সেই দেশৰ অৱস্থাও ততোধিক শোচনীয়। ৰাইজৰ প্ৰাণৰ নায়ক দুজনৰ অনুপ্ৰেৰণাত তেওঁলোকে প্ৰাণত নতুন বল পাই,—নিজৰ ভাগি-ছিগি উৰলি যোৱা ঘৰখন পুনৰ সাজি কটকটীয়া কৰিবলৈ ধৰিলে। তাৰ লগে লগে সমাজৰ ঠেক মনোবৃত্তি, বিদ্বেষভাব, পৰশ্ৰীকাতৰতা আৰু উচ্চ-নীচ মনোভাবো আঁতৰি যাবলৈ ধৰে। কৰ্মই ধৰ্ম আৰু ধৰ্মই কৰ্ম,—এই উচ্চ ভাৱৰ মাজত আকৌ অসমৰ সমাজ-আকাশত অপূৰ্ব ৰঙালি বেলিয়ে ভুমুকি মাৰিবলৈ ধৰে, চৌদিশ যেন পুনৰ পোহৰ হৈ পৰে।

আথিক সমস্যাৰ লগত মানুহৰ মনৰো সম্বন্ধ জড়িত হৈ আছে। যাৰ এই আৰ্থিক অৱস্থা নাথাকে, তাৰ মনো ক্ষয়ৰোগৰ দৰেই ক্ষয় হবলৈ ধৰে আৰু যাৰ অৱস্থা টনকিয়াল তাৰ স্বভাবতে বহুল দৃষ্টিভঙ্গীও দেখিবলৈ পোৱা যায়। ৰাইজৰ আৰ্থিক অৱস্থা সবল হৈ অহাৰ লগে লগে, তেওঁলোকে দেশৰ কথাবোৰো ভাবিবলৈ সুবিধা পায় আৰু সক্ৰিয় অংশ গ্ৰহণ কৰিবলৈও আগবাঢ়ি আহে। কেওফালে এনে ভাব-প্ৰবণতা বাঢ়ি অহাত দেশ উদ্ধাৰৰ চেষ্টা নিশ্চয় ফলৱতী হবগৈ বুলি সকলোৰে অন্তৰত অটল বিশ্বাস আৰু গভীৰ আশাই ঠাই পায়। নায়কসকলৰ প্ৰাণতো নতুন উৎসাহ-উদ্দীপনাৰ ভাবে ভুমুকি মাৰে আৰু তেওঁলোককো লক্ষ্যৰ বাটতে বেছিকৈ জগাই তোলে।

ইংৰাজৰ শিবিৰ আক্ৰমণৰ পিচত, যি সপোনৰো অগোচৰ বিপৰ্যয় ঘটে—সেইবোৰত বাধা দিবলৈ যাওঁতেই চকলা লাহনৰ মৃত্যু হয়। তেওঁ শত্ৰুৰ গুলীৰ মুখত প্ৰাণ দিও যি সাহসেৰে দুজনী

অসহায়া গাভৰুক বগা-বঙালৰ অত্যাচাৰৰপৰা উদ্ধাৰ কৰি গ'ল,— সেয়ে চকলা লাহনক মৰিও অমৰ কৰি থৈছে। প্ৰাণৰ লগৰীয়া সহকৰ্মীক হেৰুৱাই ভদ্ৰসেন গোহাঁই বিপদত পৰে; তেওঁ এতিয়া অকলেই সকলোবোৰ কামত নিমগ্ন হবলগীয়া হয়। ইফালে শত্ৰুইঁতে তেওঁকো বন্দী কৰিবলৈ ঘূৰি ফুৰাত, তেওঁ এতিয়া মহা বিপদ-আপদৰ মাজত দিন কটাবলৈ ধৰে। শেষত তেওঁ দেখিলে যে, ইমান সহজে সিহঁতৰ হাতত ধৰা দিয়াতকৈ আত্মগোপন কৰাহে বেছি ভাল; কাৰণ এই মহাসমস্যাত গাওঁবোৰ বিশৃঙ্খল হবলৈ হলে, ইংৰাজৰ অত্যাচাৰৰ সীমা নাথাকিব। তেওঁ আত্মগোপন কৰি লুকাই লুকাই হলেও ৰাইজৰ মনোবল দৃঢ় আৰু সবল কৰি ৰাখিবলৈ ৰাতিয়ে-দিনে উদ্‌গনি দিবলৈ এৰা নাছিলে।

সিফালে দেউতাকক বন্দী কৰি ইংৰাজে ৰংপুৰৰ সৈন্য-শিবিৰত অতি শোচনীয় অৱস্থাত ৰাখে। ইংৰাজে দেউতাকৰ আহত হোৱা সোঁ-হাতখনো কাটি পেলায় আৰু তিনি-চাৰিদিন ধৰি শত্ৰুপক্ষৰ কোনো প্ৰকাৰ আহাৰ-পানী নোখোৱাত, দেউতাকৰ অৱস্থা অতি বেয়া আৰু শোচনীয় হৈ পৰে। চোৰাংচোৱা মানুহৰপৰা এই দুখৰ সংবাদ পাই, তেওঁৰ অন্তৰখন দুখ-বেজাৰত ভাগি-ছিগি চুৰমাৰ হয়। তেওঁ কোনো মতেই ধৈৰ্য ধৰিব নোৱাৰি, শত্ৰু পক্ষৰ হাতত ধৰা দি হলেও, শেষ বাৰলৈ দেউতাকক চাবলৈ উদ্বাউল হৈ পৰিছিল।

পিচদিনা প্ৰাণৰ ভয়-শঙ্কা ছেদ কৰি তেওঁ পুলিচ থানালৈ গৈ ইংৰাজৰ অধীনস্থ অসমীয়া দাৰোগাৰ আগত হাজিৰ হয়। দাৰোগাই তেওঁৰ অনুৰোধ মতে, গোহাঁইক নি শিবিৰৰ ইংৰাজ কৰ্ণেল চাহাবৰ আগত হাজিৰ কৰাই দিয়েগৈ। ভদ্ৰসেন গোহাঁইৰ নাম শুনিয়েই কৰ্ণেল চাহাবৰ খং গৈ মূৰৰ চুলি পায়; আৰু তেতিয়াই 'হাতকেৰী' দি বন্দী কৰিবলৈ তেওঁ দাৰোগাক আদেশ কৰে। তাৰ পিচত ভদ্ৰসেনক বাপেকক চাবলৈ অনুমতি দিয়া মতেই

দাৰোগা-চিপাহীয়ে তেওঁক শিবিৰলৈ লৈ যায়। ফুমলী গোহাঁইৰ তেতিয়া প্ৰায় অন্তিম সময়। তেওঁ স্পষ্টকৈ কথা কব নোৱাৰে, বিষত ছাটিফুটি কৰিবলৈ ধৰে আৰু মাজে মাজে প্ৰলাপ বকি আকাৰ-ইঙ্গিতেৰে কিবা কিবি কয়।

ভদ্ৰসেন গোহাঁয়ে ওচৰলৈ গৈ দেখে যে, দেউতাকৰ তেতিয়া অন্তিম সময় আৰু দেখা পায় যে সোঁ-হাতখনো নাই—ইংৰাজ চাহাবহঁতে কাটি পেলালে। ইফালে বাপেকেও দেখিবলৈ পালে যে, পুতেক আহিছে তেওঁৰ শেষ পৰত—সেই 'হাতকেৰী' লগোৱা অৱস্থাত। সেই অৱস্থাতে বাপেক-পুতেকৰ চাৰি চকু মিলন হয়, কাকো কোনোৱেই এষাৰ কথাও কব নোৱাৰে, শোকে তেওঁলোকক আঘাতৰ ওপৰত কঠোৰ আঘাত দিয়ে। এক নীৰৱ-নিস্তব্ধতাৰ মাজত—তেওঁলোক বৰকৈ অধৈৰ্য্য হৈ পৰে; পুতেকে এবাৰ "দেউতা-দেউতা" বুলি চিঞৰি বাপেকৰ ভৰি দুখনিত পৰি কান্দি উঠে। সেই চিঞৰে বাপেকৰো নীৰৱতা ভাঙি পেলায় আৰু বেজাৰত হুক্-হুক্ কৈ কান্দিবলৈ ধৰে।

ফুমলী গোহাঁয়ে এবাৰ অতি ক্ষীণ আৰু আধা ফুটা মাতেৰে পুতেকলৈ চাই কয়—"গোহাঁইদেৱ! মোৰ অন্তিম সময়, মই যাবলৈ ওলালো, কাম শেষ নহল; মোৰ সেই আধা কৰা কাম তোমালোকেই শেষ কৰিব লাগিব।" তাৰ পিচত তেওঁ বৰকৈ অধৈৰ্য্য হৈ পৰে, থৰ লাগি ওপৰলৈ চাই ৰয়, মুখৰ মাত বন্ধ হৈ যায়—সেই ভাৱেই তেওঁৰ মৃত্যু হয়। দেউতাকৰ সেই অসহনীয় দৃশ্য চাব নোৱাৰি, তেওঁ অধৈৰ্য্য অৱস্থাত এটা বিকট চিঞৰ মাৰি বাপেকক সাৱটি ধৰে। তেওঁক সেই অৱস্থাত দাৰোগা-চিপাহীহঁতে বাহিৰলৈ আনি কাৰাগাৰত বন্দী কৰি থয়হি।

ইংৰাজ-চাহাবহঁতৰ বিচাৰত ভদ্ৰসেনো বিদ্ৰোহ-অপৰাধত দোষী সাব্যস্ত হোৱাত, তেওঁক দহবছৰ সশ্ৰম কাৰাদণ্ড দিয়ে। সেই কঠোৰ কাৰাদণ্ডৰ পৰা মুক্ত হৈ অহাৰ পিচত, ভদ্ৰসেন গোহাঁয়ে বহুতো

বুৰঞ্জী-পুথি আদি ৰচনা কৰি তেওঁৰ বংশধৰসকললৈ থৈ যায়। ইংৰাজী ১৮৭০ চনত প্ৰায় ৭২ বছৰ বয়সত তেওঁ ইহলীলা সম্বৰণ কৰে। সেই বীৰ পুৰুষ গৰাকীয়ে থৈ যোৱা সেই আপুৰুগীয়া পুথি-পাঁজিৰ পৰাই, সেই কালৰ বহুতো নজনা কথাৰো সবিশেষ সম্ভেদ্ পোৱা যায়।*

* 'সংগ্ৰাম'ত প্ৰকাশিত।

# লাহৰী আৰু মনোমতী আইদেৱ

[ দেশৰ সকলো কামতে পুৰুষসকলৰ দৰে তিৰুতাসকলেও সক্ৰীয় অংশ গ্ৰহণ কৰা বুৰঞ্জী প্ৰসিদ্ধ কথা। অসমৰ স্বাধীনতা যোৱাৰ পাছতো নাৰী-সকলে কেনে অতুলনীয় দক্ষতাৰে কাম কৰি, দেশৰ হেৰুৱা স্বাধীনতা ঘূৰাই অনাত আগ ভাগ লৈছিলে, সেইবিলাককে এই খণ্ডত দেখুওৱা হৈছে। ]

লাহৰী আইদেৱ আছিলে সুমলী গোহাঁইৰ একমাত্ৰ গাভৰু কন্যা। সৰুৰে পৰাই দেউতাকৰ লগত থাকি ৰাজনীতি বিষয়ৰ যথেষ্ট জ্ঞান অভিজ্ঞতা পায়; অইন কি দেউতাক যলৈকে গৈছিলে, তেওঁও তলৈকে গৈ দেউতাকৰ যাবতীয় কামবনত সহায়তা কৰিছিলে। লিখা-পঢ়া কৰা, ঘোঁৰাত উঠিবলৈ শিকা, ধনু-কাঁড় মৰা, অস্ত্ৰ-শস্ত্ৰ চলাবলৈ শিকা এইবোৰ কৰি তেওঁ বেছি ভালো পাইছিলে। বুৰঞ্জী পঢ়ি বীৰ-বীৰাঙ্গনাসকলৰ জীৱন-কাহিনীৰ অভিজ্ঞতা পাবলৈ তেওঁৰ প্ৰবল ধাউতি আৰু ৰাপো আছিল। মাজে মাজে সেইসকলৰ তিথি উৎসৱ আদি পাতি অন্যান্য সকলকো পূৰ্বপুৰুষ সকলৰ দক্ষতা আৰু বীৰত্বৰ কাহিনীবোৰ বিৱৰি কৈছিলে। বীৰাঙ্গনা মূলা গাভৰুৰ নিচিনাকৈ ৰণ-শিক্ষাত নিপুণ হৈ, দেশৰ বাবে কাম কৰিবলৈ তেওঁৰো হেঁপাহ আৰু আগ্ৰহ বাঢ়ি যায়।

লাহৰীৰ লগত একেলগে ৰং-ধেমালি কৰি ডাঙৰ-দীঘল হৈছিলে, ওচৰৰ বিৰাই চিৰিংফুকনৰ জীয়েক মনোমতী আইদেৱ। এওঁৰ দৰে মনোমতীৰো ভাব-ধাৰা দিনক দিনে বাঢ়ি যায় আৰু আৱশ্যকীয় ৰাজ-নীতিৰ শিক্ষাবোৰ পাই, এওঁৰো লাহৰীৰ দৰেই দেশৰ কামলৈ ধাউতি বাঢ়ে। মানৰ পিচত হোৱা দেশৰ শোচনীয় অৱস্থা আৰু দুখময় পৰিস্থিতিয়ে এওঁলোককো অতিকৈ বিতত কৰি তুলিছিলে। বাৰ নৈ তেৰ সাগৰ পাৰহৈ অহা এমুঠি বগা-বঙালহঁতৰ শাসন কাৰ্যত কেনেকৈ বাধা দিব পৰা যায় আৰু কেনেকৈ দেশ উদ্ধাৰ পাব সেই চিন্তাও কৰিবলৈ ধৰে।

তেওঁলোকে দেখা পায় যে, পুৰুষ-মহিলা উভয়ে সম্মিলিত হৈ কাম নকৰিলে, কোনো দেশেই উন্নতি সাধন কৰিব নোৱাৰে। মোগল-পাঠানৰ সোতৰবাৰ আক্ৰমণত, মোৱামৰীয়া বিদ্ৰোহত আৰু মানৰ আক্ৰমণত পুৰুষসকল ৰণ-বিগ্ৰহত ৰাতি-দিনে সমভাৱে আৱদ্ধ হৈ থকা কালত, তিৰুতাসকলেই ঘৰৰ সকলোবোৰ কাজ-কৰ্ম কৰি তেওঁ-লোকক সকলো বিষয়ত সহায় কৰিবলগীয়া হৈছিলে। তেওঁলোকেই সৈন্যৰ খাদ্য, অস্ত্ৰ-সস্ত্ৰ, বস্ত্ৰ আদি উৎপাদনৰ কাম কৰি সহায়তা কৰিছিলে। অইনকি, বহুত সময়ত তিৰুতাইও হাতত অস্ত্ৰ লৈ যুদ্ধ কৰিছিলেগৈ আৰু ছদ্মবেঁশতো নানাভাৱে চোৰাংচোৱাৰ কাম কৰি ডাঁৱৰ বাতৰি ডাঁৱে ডাঁৱে আনি স্বৰ্গদেৱক দিছিলেহি।

আগৰ কালৰ তিৰুতাই যুদ্ধ কৰিব জানিছিল, হাতী-ঘোঁৰাত উঠি ৰণলৈ গৈছিল, কোৰ-কুঠাৰ মাৰিছিল, নাও বাব জানিছিল, ঘৰ-দুৱাৰ সাজিব পাৰিছিল, কপাহ নেউঠি পাঁজি কাটি সূতা উলিয়াই কাপোৰ বইছিল, খেতি-বাতি কৰিব পাৰিছিল আৰু দেশ-শাসন কামো কৰিব পাৰিছিল। যি জাতিত এনে গুণৱতী তিৰুতাৰ জন্ম হৈছিল, সেই জাতি আৰু সেই দেশ, কিমান উচ্চ আছিল সেই কথা নকলেও হয়। তেনে এটা জাতিৰ অধঃপতনত তেওঁলোকৰ প্ৰাণে কান্দিছিল আৰু স্বাধীনতা হেৰুৱা কথাত, তেওঁলোকো স্বেচ্ছাই বিদ্ৰোহী হবলৈ বাধ্য হৈ পৰিছিল।

তেওঁলোকে তেতিয়াৰ পৰাই অতীত কালৰ বীৰত্বৰ কাৰ্যকলাপৰ কাহিনীবোৰলৈ আঙুলিয়াই দি মানুহক নতুন অনুপ্ৰেৰণাত সঙ্ঘবদ্ধ হবলৈ উদগনি দি ফুৰিছিলে। তাৰ লগতে ঠায়ে ঠায়ে একোটা নাৰী-বাহিনী গঠন কৰি দৰ্কাৰি শিক্ষাবোৰো দিবলৈ ধৰে। সেই ভাৱে দেশৰ প্ৰতি নাৰীসকলৰো মন আকৰ্ষণ কৰিব পৰাত, ভবিষ্যতৰ যি কোনো সংঘাতত নাৰীসকলেও অংশ গ্ৰহণ কৰা বিষয়ত অতি উজু আৰু সহজ কথা হৈ পৰিছিল।

বগা-বঙালহঁতক খেদিবলৈ ৰাইজে যেতিয়া বিদ্ৰোহ কৰাৰ সিদ্ধান্ত

লয় আৰু নিৰ্দ্দিষ্ট দিন-বাৰত সিহঁতক আক্ৰমণ কৰাটো সঠিক্ হৈ যায়, তেতিয়া সেই মেলে নাৰীসকলৰো সহায়-সহযোগৰ অত্যন্ত আৱশ্যকতা বুজি, লাহৰী আৰু মনোমতী আইদেৱক নাৰী-সংগঠনৰ দায়ীত্বভাৰ প্ৰদান কৰা মতে তেওঁলোকেও আগতকৈ দুগুণে এই কামত আত্ম-নিয়োগ কৰিবলৈ ধৰে। তেওঁলোকৰ নাৰী সংগঠনৰ আচনি আছিল, এইদৰেই—

(১) প্ৰত্যেক গাৱঁত একোখনি মহিলাৰ মেল থাকিব,—সেই মেলত নাৰীসকলৰ উৎকৰ্ষতা সাধনৰ সকলো ধৰণৰ আলোচনা—সমালোচনা হব।

(২) প্ৰত্যেক গাভৰুৱে ৰণ-বিদ্যা শিক্ষা কৰিব লাগিব; তেওঁলোকক লৈ এটা শকত নাৰী-বাহিনী গঠিত হব।

(৩) প্ৰত্যেক তিৰুতাই বুৰঞ্জীৰ কথাবোৰ জানিব লাগিব আৰু সেইবিলাক কাহিনী ঘৰৰ লৰা-ছোৱালীবিলাককো কৈ শুনাব লাগিব।

(৪) দেশে যেতিয়াই যি আদেশ দিয়ে,—সেই মতেই তেওঁ-লোকে কামত জপিয়াই পৰিব লাগিব।

(৫) ঘৰৰ সকলোবোৰ কামৰ উপৰিও প্ৰচুৰ পৰিমাণে অন্ন-বস্ত্ৰ, অস্ত্ৰ-শস্ত্ৰ, এইবিলাকো উৎপাদন কৰিবলৈ প্ৰত্যেকেই কঠোৰ পৰিশ্ৰম কৰিব লাগিব।

এই আঁচনিমতেই কামবোৰ হবলৈ ধৰে, আৰু পুৰুষসকলৰ দৰে নাৰীসকলৰো দেশ-সেৱা মনোভাব অতি বেছি হৈ পৰে। সন্মুখত বীৰাঙ্গনাসকলৰ অতীতৰ স্মৃতি লৈ, আৱশ্যক মতে প্ৰাণ এৰিবলৈও ভয় বা শঙ্কা নকৰা হয়। তেওঁলোকে বন্দুক মাৰিব পৰা হয়, ঘোঁৰাত উঠি ৰণ কৰিবলৈ শিকে, আৰু ছদ্মবেশত চোৰাং-চোৱাৰ কামো কৰিব জনা হৈ উঠে। দেউতাকৰ লগত—দিখৌমুখৰ আক্ৰমণলৈ লাহৰীয়ে তেওঁৰ নাৰীবাহিনীও লৈ যায়। তাত লাহৰীয়ে নানা ছদ্ম-বেশত ফুৰি, শত্ৰুপক্ষৰ যথেষ্ট বা-বাতৰি আনি দি দেউতাকক

আক্ৰমণৰ কামত সহায়তাও কৰিছিলে। সেই আক্ৰমণত জয়ী হৈ, সুমলী গোঁহাই নামেৰে কলিয়াবৰলৈ ভটিয়াই যোৱা সময়ত লগত লাহৰীও আছিল। ইংৰাজসকলে যেতিয়া ব্ৰহ্মপুত্ৰৰ মাজত সুমলীৰ নাও আক্ৰমণ কৰিবলৈ ধৰে,—তেতিয়া লাহৰীয়ে নিজেও হাতত বন্দুক লৈ শত্ৰুপক্ষৰ লগত যুদ্ধ কৰিছিলে। কিন্তু, শত্ৰুৰ বন্দুকৰ গুলীয়ে লাহৰীৰ বুকু ভেদ কৰি যায়, তাতে তেওঁ চিৰদিনলৈ চকু মুদিলে।

ইফালে মনোমতীয়ে ৰংপুৰৰ বিপৰ্যয়ত অতিকৈ বিপদত পৰে। তেওঁ যিমান পাৰিলে শত্ৰুহঁতক চল পালেই হত্যা কৰিবলৈ ধৰিছিল। ইফালে গাওঁৰ নাৰীসকলকো এই মহাবিপদত অধৈৰ্য নহবলৈ নিৰ্ভয় দি ফুৰিছিল। তেতিয়া অসমীয়া তিৰুতাসকলৰ অসীম সাহ, ধৈৰ্য আৰু মনোবলত ইংৰাজসকল বৰ স্তম্ভিত হৈ পৰিছিলে। তেওঁলোকে যি উচ্চ মনোবলেৰে নিজৰ মান সন্মান ৰক্ষা কৰিব পাৰিছিলে, তেনে উদাহৰণ আৰু বাস্তৱৰ আদৰ্শ ইংৰাজে কেৱল অসমতহে দেখা পাইছিলে। এই বাবেই ইংৰাজসকলে স্বীকাৰ কৰি কৈছিলে যে, সঁচাই অসমৰ নাৰী-পুৰুষসকল এটা অদ্ভুত জাতি, সিহঁতে দেশৰ বাবে সকলো কৰিব পাৰে, মৃত্যুৰ বাবেও ভয় নকৰে। ইংৰাজে এতিয়া অসমীয়া নাৰীবাহিনীৰ প্ৰকৃত নায়িকাৰ নাম জানিবলৈ পাই মনোমতীৰ পিচে-পিচেও চোৰাংচোৰা আৰু সৈন্য পঠাই দিয়ে। এদিন ৰাতি শত্ৰুসৈন্যই তেওঁক চাৰিও ফালৰ পৰা আগুৰি ধৰা অৱস্থাত, সিহঁতৰ হাতত বন্দী হৈ নিৰ্যাতন ভোগ কৰাতকৈ, মৰাই শ্ৰেয় বুলি ভাবি—মনোমতীয়ে অগত্যা দিচাং নৈত জঁাপ দি মৰণক আকোঁৱালি ধৰে। সেই ভাৱেই বীৰাঙ্গনা লাহৰী আৰু মনোমতী আইদেৱৰ সেই অমূল্য জীৱনৰ অৱসান ঘটে। পৃথিৱীত চন্দ্ৰ-দিবাকৰ থকালৈকে বুৰঞ্জীয়ে তেওঁলোকৰ বীৰত্বৰ অমৰ কাহিনী ঘোষণা কৰি থাকিব। *

---

* 'সংগ্ৰাম'ত প্ৰকাশিত।

# গহীন চেতিয়া আৰু জুৰমন বৰা

[ স্বৰ্গদেৱসকলৰ ৰাজত্বকালত পৰ্ব্বতীয়া মানুহৰ লগত ভৈয়ামৰ কেনে সম্প্ৰীতি স্থাপন হৈ আছিল, আৰু তেওঁলোকৰ মৰম-চেনেহৰ বলত কেনে সুখ-শান্তিৰে ৰাজত্ব কৰিব পাৰিছিল, সেইবোৰৰ বিৱৰণী বুৰঞ্জীত বাহুল্য-ভাৱে পোৱা যায়। স্বৰ্গদেৱসকলৰ সদ্ব্যৱহাৰত তেওঁলোক মুগ্ধ হৈছিল আৰু ইয়াৰ যি কোনো বিপদ-আপদৰ সময়ত তেওঁলোকে সহায়-সহানুভূতি দেখুৱাই অহা কথাও বুৰঞ্জীত চিৰকাল জিলিকি থাকিব। ভৈয়ামৰ অসমীয়া ৰাইজক পৰাপক্ষত এঘৰীয়া কৰি সকলো বিষয়তে দুৰ্ব্বল কৰিব পৰাটোৱেই ইংৰাজসকলৰ একান্ত উদ্দেশ্য হৈ পৰে। গতিকেই পৰ্বত আৰু ভৈয়ামৰ মাজত এখন কটকটীয়া বেৰা দি, তেওঁলোকৰ সাতামপুৰুষীয়া সম্বন্ধৰ ডোল বিছিন্ন কৰিবলৈ ধৰে, আৰু পূৰ্ব্বৰদৰে অহা-যোৱা কৰাৰ বাটো তেনেই বন্ধ কৰি দিয়ে। চৰাইদেউৰ মেলত ইয়াৰ গুৰুত্ব বুজি, পুনৰ পৰ্বত আৰু ভৈয়ামৰ সম্বন্ধ-সম্প্ৰীতি স্থাপনৰ অৰ্থে হাঁহচৰাৰ গহীন চেতিয়া আৰু চামগুৰিৰ জুৰমন বৰাক ৰাইজে বাচি লয়। তেওঁলোকে সেই অনুযায়ী কেনেকৈ পৰ্বতীয়া ৰাইজক পূৰ্ব্বৰ সেই সম্প্ৰীতিৰ সুৰলৈ আনিব পাৰিছিলে, সেই বিষয়ে এই ভাগত দেখিবলৈ পাব। ]

অসমৰ পৰ্বতীয়া মানুহৰ লগত টাই-আহোমৰ তেজ-মঙহৰ কোনখিনিত সম্বন্ধ, সি এটা দকৈ ভাবি চাবলগীয়া কথা। কিছুমান বিষয়ত যথেষ্ট পাৰ্থক্য থাকিলেও, থকা-মেলা, খোৱা-বোৱা, আচাৰ-ব্যৱহাৰ এইবিলাকত প্ৰায় একেই দেখা যায়। বিশেষকৈ, গাৰ বৰণ আৰু মুখৰ চেহেৰা-পানীৰ ইমান মিল হোৱাৰ কাৰণ কি? অৱশ্যে বহুতে বহুত প্ৰকাৰৰ মন্তব্য কৰিলেও, ইয়াৰ স্বতঃসিদ্ধ যুক্তি আৰু প্ৰমাণো বিৰল নহয়। এইটো অতি সঁচা কথা যে, যি সময়ত গোটেই পৃথিৱী প্ৰায় অন্ধকাৰত পৰি আছিলে, সেই সময়খিনিত কেৱল এঠাইত হে এই মানৱ জাতিৰ প্ৰকৃত সভ্যতাৰ পোহৰ বিস্তাৰ হৈ, ক্ৰমান্বয়ে কেওফালে বিয়পি পৰিছিল। সেই ঠাই থনিয়েই হ'ল, মধ্য এচিয়া বা মঙ্গলীয়া। এই মঙ্গলীয়া দেশৰ মানুহ লাহে লাহে

কেওফালে গৈ, নিজৰ শক্তি আৰু সভ্যতাৰে দেশ জয় কৰি, অ'ত ত'ত বাস কৰিবলৈ আৰম্ভ কৰে। শ্যামদেশ বা থাইলেণ্ড, মানদেশ বা ব্ৰহ্মদেশ, সৌমাৰ বা অসম, মণিপুৰ, খাচিয়া, জয়ন্তীয়া, গাৰোপাহাৰ, লুচাই, ত্ৰিপুৰা, ভোট, অকা, ডফলা, মিচিমি, নগা পাহাৰ, মিকিৰ, চিংফৌ, খামতি, আবৰ, কছাৰী, কোঁচ, চুতীয়া, আদি সকলকেই সেই মঙ্গলীয়ান গোষ্ঠীৰ বুলি অনুমান কৰিব পৰা যায়। কালক্ৰমে এই সকলৰ আচাৰ-ব্যৱহাৰৰ কিছ পৰিবৰ্তন হলেও, বুৰঞ্জীৰ পম খেদি গলে, পূৰ্বতে একেটা গোষ্ঠীৰ মানুহ বুলি ভাল প্ৰমাণো হয় গৈ। তেওঁলোকৰ আদি ঠাই সেই মঙ্গলীয়াৰ পৰা অহা,—হয়তো কাৰোবাৰু তিনি চাৰিশ বছৰৰ আগা-পিচাও হব পাৰে; কিন্তু তথাপিও সৰহখিনি বিষয়ত পৰস্পৰৰ সভ্যতাৰ যথেষ্ট সাদৃশ্য আছে আৰু সেয়েহে এওঁলোকে যিমান সোনকালেই আপোন হৈ মিলি যাব পাৰে, পৃথিবীৰ অইন ঠাইৰ মানুহে সিমান সোনকালে কেতিয়াও মিলি যাব নোৱাৰে। সচাঁই, ই এটা তেজৰ সম্বন্ধ নহৈ কি হব পাৰে? এই নিমিত্তেই ই ওলাই থকা কথা যে, অসমৰ পূৰ্বৰ খিলঞ্জীয়া জাতি সমূহ, প্ৰকৃততে একেটি ঘৰৰ, অৰ্থাৎ সেই মঙ্গলীয়া বা মঙ্গলীয়ান গোষ্ঠিৰে মানুহ নহৈ নোৱাৰে।

স্বৰ্গদেৱ চুকাফাই এই কথা ভালকৈ জানিছিলে বাবেই, সেই সকলৰ লগত বৈবাহিক সম্বন্ধ স্থাপনতো অকণিও আপত্তি নকৰি, প্ৰকাৰান্তে আদেশ আৰু অনুমতিহে প্ৰদান কৰিছিল। টাইসকলৰ লগত এনে সম্বন্ধৰ ডোল স্থাপন হোৱাৰ পিচত, পৰস্পৰে পৰস্পৰক ভালকৈ চিনি পোৱা হয় আৰু উভয় পক্ষৰ ভাষা, কৃষ্টি, সভ্যতা এইবোৰৰ ঐক্য সংমিশ্ৰণত অসমে কিছুমান আপুৰুগীয়া সম্পত্তিও লাভ কৰে। এই গতিকেই অসমৰ লগত অইন ঠাইৰ মানুহৰ বহুত বিষয়ত অমিল আৰু সামাজিক ৰীতি-নীতিৰো পাৰ্থক্য যথেষ্ট। কোনোবাই তেল আৰু পানীক ডাগ লগাই একে কৰিবলৈ চেষ্টা কৰিলেও, তেল সদায় তেলেই আৰু পানীও

সদায় পানী হৈ থাকিব—ই দিনৰ দৰে সত্য, আৰু হিমালয়ৰ দৰেই অলৰ-অচৰ।

এই দেশলৈ স্বৰ্গদেৱ চুকাফা আহিবৰ দিন ধৰি, সিদিনাৰ ইংৰাজসকলৰ দিনলৈকে, পৰ্বতীয়া মানুহে অবাধে ভৈয়ামলৈ আহি, ইয়াৰ স্বৰ্গদেৱ আৰু ডা-ডাঙৰীয়াসকলক তেওঁলোকৰ নীতিগত শ্ৰদ্ধা-ভক্তি জনোৱা এটা অতি সাতাম পুৰুষীয়া নীতিৰ কথা হৈ আছিল। তেওঁলোকে পৰ্বতৰ আপুৰুগীয়া বয়-বস্তুৰে উপহাৰ দি আন্তৰিক মৰম-চেনেহ জনায় আৰু সেইদৰে ইয়াৰ মানুহেও নানা অমূল্য বস্তু দি তেওঁলোকক আদৰ কৰে। এনে প্ৰেম-প্ৰীতিৰ মাজতেই পৰ্বত-ভৈয়ামৰ মিলা-প্ৰীতি যুগমীয়া হৈ, মনোৰমা অসমক এখনি স্বৰ্গপুৰী কৰি তুলিছিলে—যাৰ গৰ্ভত জন্ম লৈ সকলোৱে নিজকে অতি সৌভাগ্যবান বুলিও ভাবিছিল।

তাহানি এদিন এনে মৰম-চেনেহৰ বলতে, গদাধৰ সিংহই নগা ৰাইজৰ মাজত আশ্ৰয় লৈ, নিজৰ আন্তৰিক লক্ষ্য আৰু উদ্দেশ্য পূৰ্ণ কৰিবলৈও সমৰ্থ হৈছিল। সেই কাৰণেই আজিও নগা পাহাৰৰ প্ৰায়বিলাকেই—তেওঁলোক গদাধৰ সিংহৰ তেজ মঙহৰ পু-পোৱালি বুলিহে প্ৰকাৰান্তে দাবী কৰে; অৱশ্যে এই বিষয়ে বুৰঞ্জী নিমাত হলেও, সেই দাবীৰ নিশ্চয় কিবা সত্য কাহিনীও নিহিত আছে,— যিবোৰ হয়তো বুৰঞ্জী লিখকে অসঙ্গত বুলিয়েই বাদ দি গৈছে। নগা ৰাইজে যিবিলাক যুক্তিৰে এই কথা প্ৰমাণ কৰিবলৈ বিচাৰে,— নিৰপেক্ষ ভাৱে বিচাৰ কৰিবলৈ গলে, সেইবোৰৰ যথেষ্ট যুক্তি আৰু প্ৰমাণো আছে। এতিয়াও নগাৰ বহুতেই সেই গদাধৰ সিংহই দি থৈ যোৱা নানা উপহাৰৰ কথা কয়; এদিন সেইবিলাক উদ্ঘাটন কৰাত বুৰঞ্জীবিদ্ সকলেও মনোনিবেশ কৰিব বুলি আশা কৰিব পাৰি।

অসমৰ প্ৰায়বিলাক পৰ্বতীয়া মানুহেই স্বৰ্গদেৱসকলক সকলো বিষয়তে সহায় সহানুভূতি দি আহিছিলে যদিও, তাৰ ভিতৰত কেৱল নগা ৰাইজহে অতিকৈ উল্লেখযোগ্য। তেওঁলোকে স্বৰ্গদেৱৰ

দুখত দুখীত আৰু সুখত সুখী হৈ, যেতিয়াই আৱশ্যক হৈছিলে, তেতিয়াই স্বৰ্গদেৱসকলক ধনেজনে সহায় কৰিবলৈ দলে-বলে নামি আহিছিল। পৃথিবী থকালৈকে বুৰঞ্জীয়ে নগা ৰাইজৰ এই সহায়তাৰ কথা সদায় কৈ থাকিব। অৱশ্যে আজি টাই-আহোম সকলে কাল-ক্ৰমে পূৰ্বৰ সেই আপোন খোজ পাহৰিলেও, নগা-ৰাইজে পাহৰা নাই, আৰু সেইভাৱে তেওঁলোকে কোনো কালেই নাপাহৰিব বুলিও খাটাং ভাৱে কব পৰা যায়।

চৰাইদেউৰ ৰজা-মৈদামৰ ৰাজহুৱা মেলত এই পৰ্বতীয়া ৰাইজৰো সহায়তাৰ অত্যন্ত আৱশ্যকতা দেখাত, বিশেষকৈ নগা-ৰাইজৰ আৱশ্যক হৈ পৰাত,—তেওঁলোকৰ সহায়-সহানুভূতি বিচাৰি মানুহ পঠাবলৈ সিদ্ধান্ত হয়। সেই সিদ্ধান্ত মতে দুজন উপযুক্ত লোকক তালৈ পঠোৱাৰ দিহা কৰে। এজন হাঁহচৰাৰ গহীন চেতিয়া আৰু আনজন চামগুৰিৰ জুৰমন বৰা। তেওঁলোকে আগৰে পৰাই মাজে সময়ে পৰ্বতলৈ যায়, নগাৰ দোৱানত কথাও পাতিব পাৰে, আচাৰ-ব্যৱহাৰৰো ভাল জ্ঞান-অভিজ্ঞতা আছে আৰু তাৰ বৰমুৰীয়া সকলকো ভালকৈ জানে, চিনি পায়।

গহীন চেতিয়া আছিলে হাঁহচৰাৰ এজন অতি তীক্ষ্ণ বুদ্ধিৰ ৰাজ-নীতিজ্ঞ লোক। তেওঁৰ নাম যেনে গহীন—কামবোৰতো তেনে গহীন,গম্ভীৰ, ধীৰ। সৰু কালৰ পৰাই বুৰঞ্জীত অভিজ্ঞ আৰু সেই বুৰঞ্জীয়েই প্ৰকৃততে তেওঁক এজন দেশ-হিতৈষী আৰু যুঁজাৰু হবলৈ প্ৰাণত বলো দিছিল। দেশ বিদেশীৰ হাতলৈ যোৱাত, তেওঁৰো হিয়াই কান্দিছিলে, আৰু কেনেকৈ সেই হেৰুৱা স্বাধীনতা পুনৰ উদ্ধাৰ কৰিব পাৰি, সেই চিন্তাই তেওঁকো লগ নেৰা হয়। এই বিষয়ে দেশৰ বৰমুৰীয়া সকলৰ পৰাও পৰামৰ্শ পাবলৈ তেওঁ অতি আগ্ৰহী আৰু উদ্‌গ্ৰীৱ হৈ পৰিছিলে।

তেনেকৈ জুৰমন বৰাও আছিল চামগুৰিৰ এজন অতি সাহসী আৰু আগৰণুৱা লোক। নগাসকলৰ লগত তেওঁৰো সম্বন্ধ বৰ বেছি

আছিল, আৰু সেইবাবেই প্ৰায়েই পৰ্বতলৈ গৈ তাত থাকি আছে। এই পৰিচয়ৰ মাজতেই নগাৰ লগত তেওঁ বৈবাহিক সম্বন্ধৰ ডোলেৰেও অতি আপোনহৈ পৰে। শুনাত, মানৰ অমানুষিক অত্যাচাৰত থিৰেৰে থাকিব নোৱাৰি, তেওঁৰ বংশৰ বহুতেই নগা-পৰ্বতলৈ গৈ, তাত বাস কৰিবলৈ ধৰে। সেইসকলে আজিও তাত যুগ যুগ ধৰি বাস কৰি আছে। মানৰ পিচত বগা-বঙালহঁত অহাৰ কথা গম পাই, জুৰমন বৰাৰো মন বিদ্ৰোহী হবলৈ ধৰে, আৰু কেতিয়াবা সুযোগ-সুবিধা পালে; ইংৰাজৰ সৈতে যুজিবলৈও ভাবি থাকে। চৰাই-দেউৰ মেলে এই দুজন উপযুক্ত লোকৰ হাততে পৰ্বত আৰু ভৈয়ামৰ সম্প্ৰীতি স্থাপনৰ ভাৰ দিয়ে। তেওঁলোকে সেই মতে জৰকাৰ পৰা সিফালে কহিমালৈকে ঘুৰি ফুৰি ভৈয়ামৰ বাতৰিবোৰ তাত প্ৰচাৰ কৰিবলৈ ধৰে। নগাসকলে ভৈয়ামৰ পুৰণা মিতিৰৰ এনে অনুৰোধ পাই, বিনা আপত্তিৰে এই কামত সহায় কৰিবলৈ সম্মতি জনায়। তাৰোপৰি কিছুমানে অতি দুখো কৰি কৈছিলে—"তহঁতি আমাৰে পো-নাতি। তহঁতৰ দুখেই আমাৰো দুখ, তহঁতি পাহৰিলেও আমি তহঁতক নাপাহৰো।" নগাসকলৰ পৰা এই ভাৱে সম্পূৰ্ণ সহানুভূতি পাই, চেতিয়া আৰু বৰাই তেতিয়া তেওঁলোকৰ কাৰ্যৰ আঁচনিও ঠিক কৰি লয়। সেই আঁচনি আছিল, এনেদৰে।

(১) প্ৰত্যেক নগা-চাঙৰ পৰা এশজনকৈ সাহসী সবল আৰু বলী ডেকা বাছি লৈ ৰণ-শিক্ষা দিয়াব।

(২) পৰ্বতৰ সৈতে ভৈয়ামৰ পূৰ্বৰ সম্বন্ধ সদায় আগৰ দৰেই স্থায়ী হৈ থাকিব। বিপদত কাকো কোনোৰেই এৰা-এৰি কৰিব নোৱাৰিব।

(৩) সামাজিক ৰীতি-নীতি অনুসৰি পৰম্পৰে পৰম্পৰক সাৱটি ধৰিব; অইনকি বৈবাহিক সম্বন্ধও স্থাপন কৰি এটা সবল জাতি গঠন কৰিব লাগিব।

(৪) ভৈয়ামৰ বাবে পৰ্বতবাসীয়ে পৰ্বতত বন্দুক-বাৰুদ, ধনু-

কাঁড়, জ'াঠি-জোং, অস্ত্র-শস্ত্র তৈয়াৰ কৰি সহায় কৰিব ; দৰ্কাৰ মতেই সেইবোৰ দি, ভৈয়ামবাসীক যি কোনো বিপদতে হাত পাতি ধৰিব লাগিব।

(৫) পৰ্বত-ভৈয়ামৰ মাজত আগৰদৰেই বেপাৰ-বাণিজ্য, চলন-ফুৰণ, আচাৰ-ব্যৱহাৰ, কথা-বাৰ্তা, ৰং-ধেমালি, এইবোৰো চলি থাকিব। উভয় পক্ষৰ সংমিশ্ৰণত এটা সবল অসমীয়া জাতি গঠন কৰি দেশক সৰ্বতোভাৱে জিলিকাই থব লাগিব।

তেওঁলোকৰ এই আঁচনিত নগাসকলেও অতি সন্তোষ প্ৰকাশ কৰি, সেইমতেই কাম কৰিবলৈ প্ৰতিজ্ঞা আৰু প্ৰতিশ্ৰুতিও প্ৰদান কৰে। এতিয়া কাৰ্যক্ষেত্ৰত দেখা গ'ল, পৰ্বত-ভৈয়াম এক হলে, পৃথিবীত এনে শক্তি নাই যে, যি শক্তিয়ে এই একতাৰ বিপক্ষে থিয় দি ৰক্ষা পৰে। এই বাতৰিয়ে ভৈয়ামৰ বৰমূৰীয়া সকলকো অত্যন্ত আনন্দিত কৰি সিবিলাককো কামলৈ নতুন উৎসাহ আনি দিব পাৰিছিলে।

চেতিয়া-বৰাই বাছকবনীয়া সুঠাম নগা ডেকাহঁতক ভৈয়ামৰ ঠায়ে ঠায়ে পঠাই দি, আৱশ্যকীয় শিক্ষাবোৰ দিওৱায়। কিছুমানক মইনা খাৰঘৰীয়া ফুকনৰ তলত জবকাৰ প্ৰকাণ্ড অস্ত্ৰাগাৰলৈ পঠাই দি অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ কৰোৱা কামত লগোৱায়, কিছুমান ৰঙাগৰা, চৰাইদেউ আদি ঠাইত গৈ আক্ৰমণৰ শিক্ষা লয়। তাৰোপৰি নগাসকলে এদিনাখন চৰাইদেউৰ সিপাৰে 'তিৰোপথাৰত' গোট খাই, এই বিষয়ে ভৈয়ামবাসীক সহায় কৰিবলৈ দা আৰু আঙুলি কামোৰিও দৃঢ় প্ৰতিজ্ঞ হয়। তেতিয়া নগাসকল দলে দলে নামি আহিবলৈ সাজু হৈ থাকে।

নিৰ্দিষ্ট তাৰিখত বগা-বঙালহঁতক আক্ৰমণ কৰা হয়। নাজিৰাৰ চিকণ ঢেকীয়াল ফুকনৰ নিৰ্দেশ মতে, কিছুমান নগাই নাও আৰু ডাঙৰ ডাঙৰ কাঠত উঠি, দিখৌ নৈত নাজিৰালৈ ভটিয়াই আহে, নগাসকলৰ সহায়ত ফুকনে তাত আশাতীত ভাৱে জয়ী হয়। কিন্তু

ৰংপুৰৰ ঘটনাই গোটেই পৰিকল্পনাকেই ওলট-পালট কৰি পেলায়। আৰু তাৰ পিচত অসংখ্য আধুনিক অস্ত্ৰে-শস্ত্ৰে সুসজ্জিত হৈ ইংৰাজৰ সৈন্যই মানুহক চাৰিওফালে উৎপাত-অত্যাচাৰ কৰিবলৈ ধৰে। অসমীয়া বিদ্ৰোহীসকলৰ ক'ত-কেনেকৈ অস্ত্ৰাগাৰ, গোদাম আৰু শিবিৰ আছিল,—সেইবোৰো এফালৰ পৰা আক্ৰমণ কৰি লুটপাট কৰে।

চেতিয়া-বৰাই সিহঁতৰ হাতত ধৰা নিদি, পৰাপক্ষত তাৰ কিছুমান বস্তু ৰক্ষা কৰিবলৈ প্ৰাণপণে চেষ্টা কৰে। বিশেষকৈ, অসমৰ বৃহৎ জৰকাৰ অস্ত্ৰাগাৰটো কেনেকৈ বগা-বঙালৰ পৰা ৰক্ষা কৰিব পাৰে, সেই চেষ্টাত নেৰানেপেৰা চেষ্টা চলায়; কিন্তু শেনচকুৰা ইংৰাজৰ গোঁৰাচিপাহীৰ আগত সিয়ো ৰক্ষা নপৰিল। মইনা খাৰঘৰীয়া ফুকনকে আদি কৰি, সকলোটিয়ে ইংৰাজ-সৈন্যৰ লগত শেষ মুহূৰ্তলৈকে যুঁজি যুঁজি বাধা দিয়ে; কিন্তু তেওঁলোকতকৈ ইংৰাজৰ উন্নত বিধৰ বন্দুক-বৰতোপৰ আগত তেওঁলোক কোনো মতেই থিৰেৰে থাকিব নোৱাৰিলে। শেষত উপায় নাপাই, অস্ত্ৰাগাৰৰ অধিপতি মইনা খাৰঘৰীয়া ফুকনে নিজৰ হাতেৰেই, সেই জৰকাৰ অস্ত্ৰাগাৰত জুই জ্বলাই দি পিচত নিজেও সেই জুইত জঁাপ দি প্ৰাণ এৰিলে। অস্ত্ৰাগাৰৰ খাৰত জুই লাগি কাৰো ৰক্ষা নপৰা অৱস্থা হয়গৈ; সেই শেষ যুঁজত চেতিয়া আৰু বৰাইও প্ৰাণপণে ইংৰাজৰ সৈন্যৰ সৈতে বীৰ-বিক্ৰমেৰে যুঁজি, শেষত একে একে প্ৰাণ এৰিলে।

জৰকাৰ সেই বৃহৎ অস্ত্ৰাগাৰ ধ্বংস হোৱাৰ পিচত, অসমীয়াসকলৰ মনৰ বল থাকিলেও, ৰণৰ বল চিৰকাললৈ লুপ্ত হৈ গ'ল। আজিও জৰকাই পুৰণি স্মৃতি বুকুত সাৰটিলৈ সেই করুণ-কাহিনী চিঞঁৰি চিঞঁৰি কৈ কৈ সোঁৰৰাই আছে। কিন্তু সেই প্ৰতিধ্বনি জৰকাৰ প্ৰতি স্তৰে স্তৰে বাগৰি ফুৰিলেও, তাৰ মৰ্মবেদনা শুনিব কোনে? আছে কোন?*

---

* 'সংগ্ৰামত' প্ৰকাশিত।

# ৰাজমন্ত্ৰী দীঘলা বুঢ়াগোহাঁঞি ডাঙৰীয়া

টুটিফুক্ বা শুকুলাহুদু ৰাজমন্ত্ৰী দিলিহীয়াল বুঢ়াগোহাঁঞি ডাঙৰীয়াই লাক্লি ডাপ্‌মাও পৰা লাক্লি প্লেকৃচি অৰ্থাৎ ১৫৩৩ শকৰ পৰা ১৫৭৬ শক, ইংৰাজী ১৬১১ চনৰ পৰা ১৬৫৪ চনলৈকে—এই দুকুৰি তিনিবছৰ কাল প্ৰবল প্ৰতাপেৰে ৰাজমন্ত্ৰী বিষয়-পদবীত থাকি, নিজ বাহুবলেৰে ওচৰ চুবুৰীয়া ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যবিলাক জয় কৰি, দেশৰ সীমা বঢ়াই প্ৰজাক স্বৰ্গদেৱৰ শাসনৰ তলত সুখে-শান্তিৰে বাস কৰাৰ সদুপায়বিলাক কৰি দিয়াৰ ওপৰিও, দেশক তেতিয়া সৰ্বতোভাৱে জয়-জয়-ময়-ময় কৰি তুলিব পাৰিছিল।

সিফালে তেতিয়া মুছলমানসকলে হিন্দুস্থান জয় কৰি, পুৰসীমান্তৰ এই অসমদেশৰ বলবীৰ্য, ধন-দৌলতৰ, বা-বাতৰি পাই, পৰাপক্ষত এই নদন-বদন ভোগালি দেশখনকো তেওঁলোকৰ অধীনলৈ নিবলৈ মন মেলে। সেইকাৰণেই তাৰ কিছুদিনৰ পিছতেই, মুছলমানৰ সৈতে আহোমৰ তুমুল সংগ্ৰাম হয়। ইফালে এই দুৰ্দিনৰ সময়ত অসমৰ আশে-পাশে থকা কিছুমান সৰু সৰু ৰাজ্যইও আকৌ মূৰ ডাঙি উঠিবলৈ ধৰে; কিন্তু এইজনা ৰাজমন্ত্ৰী ডাঙৰীয়াৰ বীৰত্ব আৰু তীক্ষ্ণ বুদ্ধিৰ আগত তেওঁলোকৰ সেই বিদ্ৰোহ সৰহদিন নিটিকিল যদিও, সুযোগ আৰু সুবিধাবুজি লুটপাট, কটা-কটি, অত্যাচাৰ এইবোৰো কৰিবলৈ এৰা নাছিল। দেশৰ এই এশ-এটা আহুকলীয়া সমস্যাত সৰ্ব্বপ্ৰকাৰে গুৰিধৰা দেশৰ ধৰণী-স্বৰূপ, সেই শুকুলাহুদু বুঢ়াগোহাঁঞি ডাঙৰীয়া ১৫৭৬ শকৰ ফাগুনৰ পাঁচদিনৰ দিনা, সোমবাৰে, একাদশী, পুৱাবেলা ইহলীলা সম্বৰণ কৰি স্বৰ্গী হয়। অসমৰ এই মহা বিপদৰ কালত,—ডাঙৰীয়াৰ মৃত্যুত তেতিয়া স্বৰ্গদেৱৰ আৰু দেশ-বাসীৰ মূৰত একপ্ৰকাৰে বজ্ৰপাত হোৱা যেন লাগে। তেতিয়া স্বৰ্গীয় ডাঙৰীয়াৰ ভাৰ্যাৰ তিনিমহীয়া গৰ্ভ অৱস্থা; স্বামীৰ বিয়োগত প্ৰাভৰুদেৱৰ দুখ-কষ্ট কুলাই-পাচিয়ে নধৰা অৱস্থা হৈ, তেওঁ সম্পূৰ্ণ বিপদত পৰে।

ইফালে বিদ্ৰোহীবিলাকে এতিয়া এই সুবিধা পাই, পুনৰ গাওঁ-ভুঁইবিলাক লুটি, মানুহৰ অশান্তি সৃষ্টি কৰিবলৈ ধৰে। আনকি চল আৰু সুবিধাপালে বিধবা গাভৰু-দেৱকো হত্যা কৰিবলৈ বিচাৰে। তেতিয়া গাভৰুৱে সেই ঠাইত থকাটো কোনোমতেই নিৰাপদ যেন নেদেখি, এদিনৰাতি এডোখৰ আওহতীয়া ঠাইলৈ গুচি যায়। স্বৰ্গীয় ডাঙৰীয়াৰ অনুগ্ৰহত তাত বাস কৰি থকা,—এঘৰ বামুণ-পণ্ডিতৰ সমীপত পৃথকে এটি ঘৰত আত্মগোপন কৰি থাকিবলৈ লয়। তেওঁৰ লগত স্বামীৰ এখনি মন্ত্ৰপুত হেংদান্ আৰু এটি বহুমূলীয়া আঙঠিও ৰাখিছিল। সেইভাৱে তেওঁ নতুন ঠাইত প্ৰকৃত পৰিচয় গোপনে ৰাখি, এগৰাকী অতি সামান্য মানুহৰ তিৰোতাৰ দৰেই বাস কৰিবলৈ ধৰে। গাভৰুৱে পুৱতি নিশা নিতৌ মানুহে গম নোপোৱাকৈ সেই হেংদান্ আৰু আঙঠিটো পূজা কৰে। প্ৰৱাদ আছে যে,—স্বামীৰ মন্ত্ৰপুত হেংদানে ৰাতি পুৰুষ বেশে গাভৰুদেৱক পহৰা দিয়ে, আৰু আঙঠিটোৱেও সেই ভাৱে ঘৰখনি পোহৰাই ৰাখে। তাৰোপৰি এদিন গাভৰুদেৱে খেতিৰ দিনত, অন্যান্য তিৰোতাবোৰৰ সৈতে পথাৰলৈ গৈ, মনৰ উলাহতে মাটি ৰুই থাকে। সেই ভৰ দুপৰীয়া মাটি ৰুই থকা অৱস্থাত, হঠাৎ আকাশৰ পৰা তেওঁৰ গাত এটি আৰোৱানৰ শীতল ছাঁ পৰে। ইবিলাকে এই অদ্ভুত কাণ্ড দেখি ভয় আৰু বিস্ময় অৱস্থাত বামুনক জনায়। তেতিয়া বামুনে নিজে আহি, সকলো কথাৰ ভাল প্ৰমাণ পালে। গণনাতো তেওঁক সামান্য তিৰুতা নহয় বুলি বুজিবলৈ পাই, গাভৰুদেৱক প্ৰকৃত পৰিচয় সুধি তুতি-মিনতি কৰিবলৈ ধৰে। অগত্যা বামুনৰ কাকুতি-মিনতি পেলাব নোৱাৰি, গাভৰুদেৱে নিজৰ প্ৰকৃত পৰিচয় দিয়ে। স্বৰ্গীয় বুঢ়াগোহাঁঞি ডাঙৰীয়াৰ ভাৰ্যা বুলি জানিবলৈ পাই, সকলোটিয়ে তেওঁক সভক্তিৰে প্ৰণাম জনায় আৰু তেতিয়া তেওঁলোকে ডাঙৰীয়ানীক পৰম যত্নেৰে ভাল ঠাই, ভাল ঘৰত, বেটী-বন্দী সহ থকা-খোৱাৰ সা-সুবিধাও কৰি দিয়ে।

লাহে-লাহে গাভৰুদেৱে থকা ঘৰৰ চাৰিওফালে কেঁচু আৰু উয়ে ওথকৈ মাটি তুলি, তাত এটা মাটিৰ দ'ল বান্ধে। তাতেই ১৫৭৭ শঁক, আঘোন মাহত, বৃহস্পতিবাৰে, পূৰ্ণিমাত, সম্পূৰ্ণ ১০ মাহ ১০ দিন মাকৰ গৰ্ভত স্থিতি লৈ, সেই বীৰপুৰুষ ৰাজমন্ত্ৰী দীঘলা বুঢ়াগোহাঁঞি ডাঙৰীয়াৰ জন্ম হয়। সেইদিনা দ'লৰ ওপৰত পৰি বিত্‌শগুনে সোণ, ৰূপ, হীৰা, মুকুতা আদি বহুমূলীয়া অয়-অলঙ্কাৰবোৰ বঁতিয়াই দিছিলে, ডবা-শংখ-কাঁহ-ঘণ্টা আপোনা আপুনি বাজি উঠিছিলে, সূৰ্যৰ শীতল ৰশ্মিত চৌদিশ গহীন হৈ পৰিছিলে। চৰাইবোৰে থাকি থাকি কুকলিয়াইছিল আৰু মৃদু মলয়া বতাহ বৈ সেই দিনটো অতিকৈ জুৰ আৰু শীতল কৰি ৰাখিছিলে। পুত্ৰৰ মঙ্গলাৰ্থে উছৰ্গা কৰিবলৈ মাকৰ হাতত একো নথকাত, মাকে কেৱল স্বৰ্গীয় ডাঙৰীয়াৰ হাতৰ আঙুঠিটোকে পুত্ৰৰ মুৰত তুলি ধৰি তেওঁৰ ভৱিষ্যৎ মঙ্গল-কামনা কৰিছিল। প্ৰকাশ আছে যে, সেইদিনা মন্ত্ৰপূত হেংদানখনেও থুণ্-থুণ্ শব্দ কৰিবলৈ ধৰিছিল, ঘৰত এটা নতুন দিব্য-জ্যোতি পৰিছিল আৰু মানুহৰ ঘন-ঘন সমাগমৰ শব্দবোৰো শুনা গৈছিল। সেইবিলাকৰ পৰাই গাভৰুৱে পুত্ৰক সামান্য যেন নাভাবি, বীৰৰ পুত্ৰ বীৰেই হ'ব বুলি ভালকৈ বুজিব পাৰিছিল। এই বীৰপুত্ৰটিক কেনেকৈ লালন-পালন কৰি ডাঙৰ-দীঘল কৰিব পাৰে,—তেতিয়া সেয়ে তেওঁৰ একমাত্ৰ লক্ষ্য আৰু চিন্তা হৈ পৰে।

কিছুদিনৰ পিচত দেশত পুনৰ শান্তি স্থাপন হোৱাত গাভৰুদেৱে নিজৰ ঠাইলৈ ঘূৰি আহি, তাত বাস কৰেহি। ঘৰলৈ আহোঁতে তেওঁ সেই বামুন-পণ্ডিতৰ শলাগ লৈ কৈছিল যে, যদিহে ভৱিষ্যতে তেওঁলোকৰ তেনে ভাল দিন আহে, তেতিয়া বামুনৰ এই উপকাৰৰ কথা কেতিয়াও নাপাহৰিব আৰু তাৰ বাবে যথাসাধ্যে সহায়ও কৰিব। গাভৰুদেৱে ঘৰলৈ আহি দেখে যে, তেওঁৰ অনুপস্থিতিৰ সুযোগত পূৰ্বৰ আপুৰুগীয়া বয়-বস্তুবোৰ কোনো অসৎ প্ৰকৃতিৰ মানুহে তাঁৰপৰা

চুৰি কৰি লৈ গল; আনকি পূৰ্ব্বৰ বন্দী-বেটীহঁতো নথকাত তেওঁ মহাবিপদত দিন কটাব লগীয়াত পৰে।

দিনকদিনে গোহাঁইদেৱ লহ্-পহ্কৈ ডাঙৰ হৈ আহে। সৰু কালৰে পৰাই ধনুকাঁড় মৰা, চিকাৰ কৰি ফুৰা, বনৰীয়া জন্তুৰ পিছে পিছে খেদি যোৱা,—এইবোৰ কৰিহে তেওঁ ভাল পায়। চিকাৰৰ প্ৰধান ঠাই আছিল,—বাঢ়েটিং, চুলিকাটী, বাগলহাবি, কপৌমাৰী আৰু ৰাংচালি। সেইবোৰৰ আশে-পাশে বাস কৰি আছিল,—অতি দুৰ্দান্ত ৰভী আৰু মোকল জাতীয় মানুহবোৰে। গোহাঁইদেৱে নিতৌ সেই গাৱঁৰ মাজেদি হাবিত চিকাৰ কৰিবলৈ যায় আৰু আহে। এই-ভাৱে গোহাঁঞিক অকলশৰীয়া পাই, সেই ৰভী আৰু মোকলহঁতে আগচি ধৰি, নানা ঠাট্টা-বিদ্ৰূপৰ কথা কয়; তথাপিও তেওঁ তাৰ কোনো বাদ-প্ৰতিবাদ নকৰি মনে মনে ঘৰলৈ ঘূৰি আহে। কাৰণ মাকে তেওঁক—সেইবোৰৰ পৰা সদায় আঁতৰি থাকিবলৈ আদেশ আৰু শিক্ষাও দি আহিছিল। তেওঁ সৰু কালৰেপৰাই মাকলৈ বৰ ভয়, আৰু সেই অনুপাতে গভীৰ ভক্তিও কৰিছিল। মাকৰ কথামতেই সেই ৰভী, মোকলহঁতৰ সৈতে কোনো ফেৰ্ নাপাতি নিতৌ নিতৌ সেই অপমান সহ্য কৰি নিজৰ বাটেদি ঘূৰি আহিছিল। সেইদিনাখনো সেই আগৰদৰেই হাতত কপৌ চৰাই কেইটামান মাৰি লৈ ঘৰলৈ ঘূৰি আহিছে; এনেতে বাটত সেইদিনাও সেই ৰভী-মোকলহঁতে আগচি লৈ বেয়া ধৰণে তিৰস্কাৰ কৰিবলৈ ধৰে। তাৰোপৰি অকাৰণতেই সিহঁতৰ ৰাংকুকুৰ লগাইদি,—তেওঁক কামোৰায়। কুকুৰৰ কামোৰত গোঁহাই-দেৱৰ ভৰিদুখনি তেনেই তেজেৰে ৰাঙলী হয়। বিষ আৰু বেজাৰত অধৈৰ্য হৈ তেতিয়াই ধেনুকাঁড় ওলিয়াই লৈ, সিহঁতৰ কুকুৰ কেইটাকো য'তে আছিল, ত'তে কাঁড়েৰে বিন্ধি মাৰে। মৰমৰ কুকুৰ কেইটা সেইভাৱে মৰাত, দুৰ্দান্ত ৰভী মোকলহঁতৰ খঙৰ পাৰ নথকা হয়; আৰু তেওঁক বেৰি ধৰি নানাভাৱে অকথ্য বাক্যৰে গালি-শপনিও পাৰিবলৈ ধৰে। সিহঁতৰ এটাই তেওঁক প্ৰাণৰো ভয় দেখুৱাই

কৈছিলে—"এইডাল ক'ৰ-ক'ৰ জহৰা, ডাল-দৰিদ্ৰ, চালছিগা, ভিকহু হওঁতেই ইমানটো ফাঁই, ই কেতিয়াবা ৰজাঘৰীয়া বিষয়-পদবী পালে, ইয়াৰ প্ৰতাপত মানুহৰ ৰক্ষাই নহ'ব। ই পৃথিবী ফালি তেনেই ঠান্-বান্ কৰিব।" সিহঁতৰ এনেবোৰ তিৰস্কাৰৰ কথাই তেওঁক শেলে-বিদ্ধাদি বিন্ধিবলৈ ধৰে; খং আৰু দুখত পাৰেমানে দাঁত কৰচি-কৰচি অধৈৰ্য অৱস্থাত তেতিয়া মাত্ৰ আকাশলৈ চাই চাই প্ৰতিজ্ঞা কৰে,— "হে আকাশ! শুনা, যদিহে মই প্ৰকৃতই স্বৰ্গীয় শুকুলাহুহু ৰাজমন্ত্ৰী ডাঙৰীয়াৰ পুত্ৰ হওঁ, যদিহে মোৰ শৰীৰত তেওঁৰ তেজ-বল-শক্তি আছে, যদিহে সচাঁই ই দিঠকৰো মৰ্ম-বেদনা হয় আৰু যদিহে কেতিয়াবা মোৰ তেনে ভাল দিনো আহে,—এদিন এই অত্যাচাৰী, নিষ্ঠুৰ, দুৰ্দান্ত ৰভী-মোকলহতঁক ধৰাই নি, জীয়াই জীয়াই ধুমত খুন্দি, হাতীৰ ঠেঙত দি, ইয়াৰ উচিত প্ৰতিশোধ ল'ম। মোৰ এই হত্যাকাণ্ডৰ কথা চন্দ্ৰ-দিবাকৰ থাকে মানে পৃথিৱীত জিলিকাই থম।" তেওঁ এই কঠোৰ প্ৰতিজ্ঞা কৰি, তেতিয়াই লগত অনা কপৌ কেইটা কাঁড়ৰ আগত পিংদি, সেই অত্যাচাৰী ৰভী-মোকলহঁতৰ পচুলি মূৰত পুতি থৈ আহে।

মাকে সেইদিনা পুত্ৰৰ পকাথেকেৰা যেন মুখত গভীৰ বিষাদৰ ভাৱনা দেখি, তাৰ কাৰণ শুধিবলৈ ধৰাত, গোহাঁইদেৱে মুখেৰে একো কব নোৱাৰি মাকক কেৱল ভৰিৰ কলাফুল দুটা দেখুৱাই দিয়ে। ভৰিত সেইবোৰ কুকুৰৰ কামোৰৰ ঘা দেখা পাই মাকে সাৱটি ধৰি চিঞৰি উঠে, আৰু তাৰ আচল ঘটনাৰ কথা জানিবলৈ বিচৰা মতে, পুতেকেও সকলোবোৰ এটা এটাকৈ ভাঙি-ছিঙি কয়। মাকে তেতিয়া মাত্ৰ বেজাৰত চকুপানী মচি সকলো বিষয়ে ঈশ্বৰৰ ওপৰত ভৰসা কৰিবলৈ ধৰে; আৰু পুতেকৰ মূৰত হাতফুৰাই ফুৰাই কেৱল আশীৰ্বাদৰে অযুত সান্ত্বনা দিয়ে। সেইদিনাৰে পৰাই গাভৰুদেৱে পুতেকক সেইভাৱে অকলে কলৈকো নপঠোৱা হয়।

তেতিয়াৰপৰাই গোহাঁইদেৱৰ মন-প্ৰাণো এটা বেলেগ চিন্তা-ধাৰাত

ববলৈ ধৰে। তেওঁৰ কঠোৰ কৰ্তব্যৰ মধুৰ আহ্বান শুনিবলৈ পাই,—তাতেই একান্তমনে আত্মনিয়োগ কৰে। বিশেষকৈ, ভৱিষ্যতৰ প্ৰতিজ্ঞা পূৰণৰ অৰ্থেও তেওঁৰ নতুন ভাৱ-ভঙ্গী হয়। আগৰদৰে কেৱল খেলা-ধুলা আৰু চিকাৰতে ব্যস্ত নাথাকি, লিখা-পঢ়া, ৰাজনীতি-শিক্ষা, আৰু যুদ্ধবিদ্যা এই বিষয়তো মন দিবলৈ ধৰে। এই ভাৱে অতি কম দিনৰ ভিতৰতেই সেই বিলাকত আশাতীতভাৱে উন্নতি আৰু উৎকৰ্ষ লাভ কৰি তেওঁ সমাজত প্ৰখ্যাত হৈ পৰে। স্বৰ্গদেৱে স্বৰ্গীয় শুকুলাহুদু ডাঙৰীয়াৰ ঘৰৰ বংশ-পৰিয়াল কোন ক'ত আছে, সেই সময়ত তাৰ বিচাৰ লয়। দেশৰ চাৰিওফালে সেই বিষয়ৰ জোৰ আৰু অত্যাৱশ্যকীয় অনুসন্ধানো চলিবলৈ ধৰে। তেতিয়া মাকৰ নিৰ্দেশ আৰু পৰামৰ্শ অনুযায়ী, গোহাঁইদেৱে স্বৰ্গদেৱৰ বৰ চৰাত উপস্থিত হৈ, নিজক স্বৰ্গীয় ডাঙৰীয়াৰ পুত্ৰ বুলি চিনাকি দিয়ে। স্বৰ্গদেৱ বৰ আচৰিত হয়, আৰু তেওঁ যে স্বৰ্গীয় ডাঙৰীয়াৰ পুত্ৰ তাৰ কি প্ৰমাণ আছে, সেইবোৰ দেখুৱাবলৈ কোৱাত, গোহাঁঞিদেৱে তেতিয়া দেউতাকৰ হাতৰ এখনি সাঁচিপতীয়া বুৰঞ্জী, মন্ত্ৰপূত হেংদান্ আৰু সেই আঙঠিটো স্বৰ্গদেৱৰ আগত থয়। স্বৰ্গদেৱে সেইবিলাক তন্ন-তন্নকৈ পৰীক্ষা কৰি ভাল প্ৰমাণো পাই, গোহাঁঞিদেৱক মৰমতে সাৱটি ধৰে। তেওঁ ইমানদিনে যি বিচাৰি আছিল, এতিয়া তাকেই পাই, আনন্দত অধীৰ হৈ পৰে। তেতিয়াই গোহাঁইদেৱৰ যাবতীয় থকা-মেলা, খা-খৰচা আদি বিষয়ৰ সুবিধাবোৰো কৰায় দিয়ায়। তেতিয়াৰ পৰাই গোহাঁইদেৱে ৰাজনীতি বিষয়ত একান্তমনে গভীৰ চৰ্চাত লাগিব পৰা হয়। এইভাৱে এতিয়া পুত্ৰক প্ৰকৃত পথত আগুৱাই দিব পৰাত, মাকৰো আনন্দৰ সীমা নোহোৱা হৈ পৰে।

তেতিয়া ভীষণ 'জাইতা' ৰণ। সেই ৰণত আহোমৰ কেইবাজনো ডাঙৰীয়া নিহত হোৱাত, দেশৰ অপূৰণীয় ক্ষতি হয়। সেইবাবেই স্বৰ্গদেৱ অতিকৈ বিচলিত হৈ পৰে আৰু তাৰ প্ৰতিকাৰৰ অৰ্থে গভীৰ চিন্তা কৰিব লগীয়া হয়। শেষত এইজনা গোহাঁইদেৱকে লগত

অসংখ্য সৈন্য-সামন্ত দি, সেই ৰণলৈ পঠাই দিয়ে। গোহাঁইদেৱে সেই 'জাইতা' ৰণত নিজৰ অতুলনীয় বীৰত্বৰে শত্ৰুপক্ষক পৰাজয় কৰি, দেশৰ মান-গৌৰৱ ৰক্ষা কৰে। এওঁৰ এই বীৰত্ব আৰু অপৰূপ ৰূপ-লাৱণ্যত অতিকৈ মুগ্ধ হৈ, স্বৰ্গদেৱে বিৰাট আয়োজনেৰে লাক্লি-ৰুঙ্‌মাও অৰ্থাৎ ১৫৯৯ শকত আহোমমতে লান্‌লাজাও আৰু হিন্দুমতে দীঘলা বুঢ়াগোহাঁঞি নামেৰে প্ৰধান ৰাজ-মন্ত্ৰীৰ পদত বৰণ কৰি লয়। তাৰ কিছুদিনৰ পিছতেই স্বৰ্গদেৱৰ অতি আদৰৰ ৰাজকুমাৰী চন্দিকা আইদেৱকো গোহাঁই দেৱলৈ বিয়া দিবলৈ ইচ্ছা কৰে। সেইমতে মাকৰো অনুমতি পাই, গোহাঁঞিদেৱ মান্তি হয়—যদিহে স্বৰ্গদেৱে তেওঁৰ এটি বহুত দিনীয়া আন্তৰিক প্ৰতিজ্ঞা পালনৰ অৰ্থে, এদিন নাইবা এবেলাৰ নিমিত্তে হ'লেও এটি ৰাজ-ক্ষমতা প্ৰদান কৰে। স্বৰ্গদেৱে এনে এগৰাকী উপযুক্ত পাত্ৰলৈ তেওঁৰ ৰাজকুমাৰীক দিবৰ আশা পাই, অত্যন্ত সুখী হৈ—বিনা আপত্তিৰে সেই ক্ষমতা প্ৰদান কৰে। সেইমতে গোহাঁইদেৱে এদিনলৈ সেই ক্ষমতা পাই এতিয়া পূৰ্ব্বৰ প্ৰতিজ্ঞা মতে কাম কৰিব পৰা হৈ উঠে। তেতিয়াই নগৰৰ বাছকবনীয় সুদক্ষ চাওদাংবিলাক পঠিয়াই, তাহানিৰ সেই মহা অত্যাচাৰী ৰভী-মোকলহঁতক ধৰাই অনালে। দিলিহিৰ এডোখৰ মুকলি ঠাইত সিহঁতক হাতীৰ ঠেঙত দি, ধুমত পেলাই খুন্দি খুন্দি মৰাই, প্ৰতিজ্ঞা পূৰ্ণ কৰে। তেওঁৰ সেই হত্যাকাণ্ডৰ স্মৃতি জীয়াই ৰাখিবলৈকে, তাত এটি পুখুৰীও খনোৱালে। তাৰ নামেই খুন্দা-পুখুৰী। এই পুখুৰী আজিও শিৱসাগৰ নগৰৰ প্ৰায় দু মাইল উত্তৰত, ধাই-আলিৰ কাষত বুৰঞ্জী-বিখ্যাত হৈ জিলিকি আছে।

এইভাৱে নিজৰ প্ৰতিজ্ঞা পূৰ্ণ কৰি, তেতিয়া তেওঁ ৰাজকুমাৰীক বিয়া কৰায়। ৰাজকুমাৰীৰ লগত যৌতুক স্বৰূপে প্ৰকাণ্ড দুখনি বাৰীও পায়। তাৰ এখনি এশ পুৰাৰ আৰু আনখন ছকুৰি পুৰাৰ। উল্লেখ আছে যে, আগতে তাত দুখন প্ৰকাণ্ড দ-বিল আছিল; পিচত মাটি, কাঠ, শিল, ইটা পেলাই সেই বিল পুতাই বাৰী পতা হয়। আহোম-

যুগত সেইভাৱে বাৰী আৰু নগৰ পতাৰ প্ৰকৃত কাৰণ আছিল,—তেনে ঠাই স্বাস্থ্যকৰ, পৱিত্ৰ আৰু ৰসাল। সেই বাৰী পাতোতে ৰাতি-দিনে পাঁচ হেজাৰ মানুহে খাটি এবছৰত শেষ কৰে। স্বৰ্গদেৱে তেতিয়া গোহাঁইদেৱৰ অধীনত ৬ ঘৰ চাংমাই, ৬ ঘৰ ঘৰ-বন্দী, ৬ ঘৰ শেনচোৱা, ৬ ঘৰ বাৰীচোৱা, ৬ ঘৰ চাউল কৰা, ৬ ঘৰ তামুলী, ৬ ঘৰ পাইক আৰু ৬ ঘৰ কঁাড়ি বহুৱাই, নানা কাৰু-কাৰ্যৰে ঠাইখনি মনোৰম কৰাই দিছিলে। সেই অনুপাতে অজস্ৰ ধন-সোণ, অয়-অলঙ্কাৰ, সা-সম্পত্তি দি গোহাঁইদেৱক সুখ-আনন্দৰ মাজতো ৰাখিছিলে। বাৰীডুখনি নিচেই ওচৰা-ওচৰি। কাষত সম্পুৰ্ণই ৭০০ পুৰা মাটিৰ এখন খাতো চাৰি ঢাপ মৰাই, শিলৰ খুটা পুতাই, ৰাজ-কন্যাৰ যৌতুকত দিয়ে। বাৰী এখনৰ পশ্চিমত এটা ডাঙৰ পুখুৰী,—তাৰ নাম চ'ৰা-ঘৰ পুখুৰী। উত্তৰত তিনি কোণীয়া আৰু দক্ষিণত আঁঠ কোণীয়া দুটা পকা ধুনীয়া পুখুৰী। এটাক ৰূপৰ আৰু ইটোক সোণৰ পুখুৰী বুলিছিল। তাৰে এটা ৰাজকন্যাই গা-ধোৱা আৰু আনটো পানী খোৱা। অলপ আঁতৰতে বোৱতী দিলিহি নৈ—সেই নৈয়েদি যুদ্ধৰ নাওবিলাক অনা-নিয়া কৰে। এই নৈখনিৰ বাবেই সেই ঠাইৰ নামো 'দিলিহি' আৰু তাৰ বুঢ়া গোহাঁঞি সকলকো দিলিহীয়াল বুঢ়া গোহাঁঞি নামে জনা যায়। দিলিহিৰ সেই বাৰী দুখন আজিও 'ৰজাবাৰী' বুলিহে জনাজাত হৈ আছে।

লানুলাজাও বা দীঘলা বুঢ়া গোহাঁঞি ডাঙৰীয়া ৰাজমন্ত্ৰী হোৱাৰ লগে লগে, বিপদৰ কালত তাহানি সহায় কৰা সেই বামুণ-পণ্ডিতক সপৰিয়ালে দিলিহিলৈ তুলি আনি, মাটি-বাৰী আৰু দেৱোত্তৰ সম্পত্তি প্ৰদান কৰি, বামুণক যথেষ্ট সহায়ো কৰিছিলে। তেতিয়াৰ পৰাই সেই বামুণ পণ্ডিতক দিলিহীয়াল ভাট্টাচাৰ্য বুলিও জনা যায়। ডাঙৰীয়াই এওঁৰ হতুৱাই নিজৰ আপুৰুগীয়া পুথিবিলাকো নকল কৰাইছিল। তাৰ ভিতৰত ৰণ-ক্ষেত্ৰত অদৃশ্য হৈ যুদ্ধ কৰা, ইচ্ছানুযায়ী পেটু-নাড়ী উলিয়াই ধোৱা, হৰেকবিধৰ বেমাৰৰ লক্ষণ আৰু

সেইবোৰৰ ব্যৱস্থাৰ নিদান পুথি, মন্ত্ৰপুথি, গণনাৰ পুথি, বুৰঞ্জী, এইবিলাকেই প্ৰধান।

এই গৰাকী ডাঙৰীয়াই সাধনাৰ বলত নিজৰ পেটু-নাড়ী নিজে ধুই লবও পাৰিছিল। সেই কামৰ বাবে ওচৰৰ এখনি অতি নিৰ্জন আৰু আবুৰ ঠাইত এটা প্ৰকাণ্ড পুখুৰী কৰায়,—তাৰ নামেই পেটু ধোৱা পুখুৰী। দিলিহিত আজিও সেই পুখুৰী জিলিকি আছে। উত্তৰত এটি হৰ-গৌৰী মন্দিৰ,—যাক মানুহে আজিকালি 'দেওঘৰ' বুলি কয়। সেই মন্দিৰত এতিয়াও হৰ আৰু পাৰ্বতীৰ দুখনি শিলৰ মূৰ্তি আছে। মানুহে এতিয়াও দেওঘৰত পূজা-পাতল কৰি অত্যন্ত উপকাৰ পোৱাৰ কথা স্বীকাৰ কৰে।

ৰাজমন্ত্ৰী দীঘলা বুঢ়াগোহাঁঞিৰ দিনত অসমৰ বহুতো স্থানত, যাউতী-যুগমীয়া কীৰ্তি-স্তম্ভ স্থাপন হোৱাৰ বিৱৰণীও পোৱা যায়। স্বৰ্গদেৱে এইজনা মন্ত্ৰীৰ প্ৰভাৱ আৰু মহত্ত্বৰ গুণত অতি শান্তিৰে ৰাজ্য চলাব পাৰিছিলে। দেউতাকৰ দৰে এইজনা ডাঙৰীয়াইও মাৰি-মৰক গুচাই দেশক এটা শান্তিৰ পৰিবেশৰ মাজত আগুৱাই নিব পাৰিছিলে। সেই বাবেই কি ৰজা, কি প্ৰজা, সকলোৱে দীঘলা বুঢ়া গোহাঁঞি ডাঙৰীয়াৰ ব্যক্তিত্ব, প্ৰভাৱ, বীৰত্ব আৰু বহুদৰ্শীতাও স্বীকাৰ নকৰাকৈ থাকিব পৰা নাছিলে।

এওঁ বিখ্যাত ৰাজনীতিজ্ঞ, বহুদৰ্শী, পৰাক্ৰমী পুৰুষ আছিল যদিও,—জীৱনৰ শেষ ছোৱাত হিন্দু পণ্ডিত আৰু গুণী-মানী ধাৰ্মিক সকলৰ সৈতে নিতৌ ধৰ্মালোচনা কৰিবলৈহে বেছি ভাল পাবলৈ ধৰে। লাহে লাহে ঈশ্বৰৰ উপসনাত তেওঁ ইমান অনুৰাগী হৈ পৰে যে, সেই চিন্তাৰ বাহিৰে তেওঁক অইন একোৱেই সুখ আৰু শান্তি দিব নোৱাৰা হয়। তেতিয়া বহুত সময়ত নিজৰ সৰ্বশ্ৰেষ্ঠ কৰ্তব্য,— সেই দেশ-শাসনৰ কথাও পাহৰিবলৈ ধৰে। স্বৰ্গদেৱৰ সোঁ-হাত স্বৰূপ বুঢ়া গোহাঁঞি ডাঙৰীয়াৰ এনে উদাৰতা আৰু অমনোযোগিতাৰ সুবিধা লৈ, বহুতেই তেতিয়া বহুত প্ৰকাৰৰ স্বাৰ্থ-সিদ্ধিৰ বাটবোৰ

উলিয়াই লৈ, দেশত একোটা অন্যায় আৰু অপ্ৰীতিকৰ সমস্যা সৃষ্টি কৰে। পিচত সেইবোৰেই,—অৰ্থাৎ গোজেই গোজপুলি হৈ, ৰাজ-নীতি-ক্ষেত্ৰত অতি দকৈ আঁৰ্ আৰু কেৰোণ লগাই তেওঁলোকক বিপদত পেলায়।

এনেবোৰ কাৰণতেই ডাঙৰীয়াৰ প্ৰতি স্বৰ্গদেৱৰ মনোভাৱৰ অদ্ভূত পৰিবৰ্তন ঘটে আৰু সেই নিমিত্তেই বিচাৰতো বুঢ়া গোহাঁঞি ডাঙৰীয়া নিতান্তই জগৰীয়া হৈ পৰিছিল। শেষত যিবোৰ অপৰাধ নাইবা অভিযোগত পৰিব নালাগিছিলে,—দুৰ্ভাগ্যবশতঃ তেনেবোৰ অপৰাধত পৰি ডাঙৰীয়াও বিপদত পৰে। এই বাবেই তেওঁৰ সবল, উদাৰ, ধৰ্মপ্ৰাণী অন্তৰখন বেজাৰত ভাগি-ছিগি চুৰমাৰ্ হৈছিল। পিচত এনেবোৰ অশান্তিৰ পৰা ওলাই গৈ,—এডোখৰ আওহতীয়া নীৰলাঠাইত একান্তমনে ধৰ্মচৰ্চা কৰিবলৈ মন মেলে; কিছুদিনৰ পিচত দিচাং মুখেদি ব্ৰহ্মপুত্ৰ পাৰ হৈ মাজুলীলৈ গৈ, তাতে বাস কৰিবলৈ ধৰে। তেওঁ সেইভাৱে তাত থকা কালত ইফালে স্বৰ্গদেৱে বিচাৰত অন্যান্য লোকৰ সৈতে তেওঁকো দোষী সাব্যস্ত কৰি, কঠোৰ শাস্তি-দণ্ডৰ আদেশ কৰে।

নিয়তিৰ নিৰ্মম খেলা,—অসময় দুৰ্ভাগ্য,—দেশৰ দুৰ্দিন,—ৰাজকীয় সৈন্যদলে স্বৰ্গদেৱৰ কঠোৰ আদেশ অনুযায়ী ডাঙৰীয়াক তাতেই বন্দী কৰি হত্যা কৰিবলৈ যায়। তেওঁ ৰাজকীয় বিৰাট সৈন্যহঁতৰ সৈতে যুঁজিবলৈ অক্ষম হলেও,—বিনা যুদ্ধে সিহঁতৰ হাতত ধৰা নিদি, হাতত অস্ত্ৰ তুলি লয়। গোহাঁঞিদেৱৰ মন্ত্ৰপূত তৰোৱালৰ আগত কোনেৱেই তিষ্ঠি থাকিব নোৱাৰা হৈ পৰে; এফালৰ পৰা তেওঁৰ অলৌকিক্ শক্তিৰে কচু কটা দিবলৈ ধৰে। স্বৰ্গদেৱে এই কথা জানিবলৈ পাই,—তেওঁৰ অধিক সৈন্য পঠাই চাৰিওফালৰ পৰা বেৰি ধৰি,—যেইকোনো প্ৰকাৰে গোহাঁঞিক বধ কৰিবলৈ পুনৰ কঠোৰ আদেশ দিলে। গাত শক্তি থাকে মানে তেওঁ যুঁজিলে; কিন্তু অৱশেষত সেই তুমুল সংগ্ৰামত আত্মৰক্ষা কৰিব

নোৱাৰি, অতি ক্ষত-বিক্ষত অৱস্থাত, তেজেৰে ৰাঙলী হৈ মাটিত পৰি যায়।

গোহাঁঞি ডাঙৰীয়াক সেই বন্দী অৱস্থাত সৈন্যবিলাকে শালত দি বধ কৰিবলৈ চেষ্টা কৰে; কিন্তু সেই দৰে এবাৰ নহয়, দুবাৰ নহয়, তিনিবাৰ শালত পেলাইও হত্যা কৰিব পৰা নাছিল। তেওঁ নিজ সাধনাৰ বলত,—ক্ষত-বিক্ষত হৈ সেইভাৱে পৰাতেই পৰি থাকে। শেষত নিজৰ মৃত্যু-বিৱৰণী তেওঁ নিজেই কৈ দি মৃত্যু বৰণ কৰে। সেই বিৱৰণী মতে সৈন্যইঁতে তেতিয়া ডাঙৰীয়াৰ গাৰ ছালখন উভতাই বখলিয়াই, গাত ঋখাৰ ঘঁহি দিয়াৰ পিছতহে—তেওঁৰ প্ৰাণ-বায়ু ওলাই গৈছিল।

ডাঙৰীয়াক যি ডোখৰ ঠাইত এইভাৱে নিৰ্মম হত্যা কৰা হ'ল,—তাৰ নামেই 'শালমৰা' হয়। এই শালমৰাতেই স্বৰ্গদেৱৰ সৈন্য-সামন্তই বীৰপুৰুষ, দেশৰ ধৰণীস্বৰূপ দীঘলা বুঢ়াগোহাঁঞিক সেইভাৱে বধ কৰে। ডাঙৰীয়াৰ বৰদেৱ, মাজুদেৱ, সৰুদেৱ, নামে তিনটি পুত্ৰ আছিল। তেওঁলোকে দেউতাকৰ সেই মৃত-দেহটো দিলিহিলৈ আনি, ৰীতিমতে সংকাৰ কৰিবলৈ বিচাৰে; কিন্তু স্বৰ্গদেৱৰ পৰা সেই অনুমতি নোপাৱাত, তাতেই সমাধি পাতি সংকাৰ কৰে। লগত কেৱল দেউতাকৰ সোঁ-হাতৰ কেঞাঁ আঙুলিটো লৈ আহে; যথা নীতি-নিয়মে মৃতকৰ সংকাৰ্য কৰি, দিলিহিৰ পাৰৰ মৈদামত সেই কেঞাঁ আঙুলিটোকে থৈ প্ৰকাণ্ড ওখ-ডাঙৰ মৈদাম পাতে। দেউতাকৰ নিচেই কাষতে, তেওঁৰো মৈদামে আজিও দিলিহি নৈৰ পাৰত হৃদি বিদাৰক কৰুণ-কাহিনী কৈ জিলিকি আছে। পুৰুষানুক্ৰমে তেওঁৰ নাতি-পুতিসকলে সেই মৈদাম সযতনে সংৰক্ষণ কৰি আহিছে আৰু আজিও সিবিলাকে স্বৰ্গীয় ডাঙৰীয়াক আন্তৰিক্ শ্ৰদ্ধা-ভক্তিৰে সোঁৱৰে।

সিকালে তেতিয়াৰ পৰাই ৰজাবাৰী বা বুঢ়াগোহাঁঞি নগৰৰো অৱস্থা অতিপাত বেয়া হৈ আহে। শেষত মানৰ আক্ৰমণৰ সময়ত

নগৰৰ অলেখ মানুহ পলাই গৈ, দূৰ ঠাইৰ ক'ৰবাত আশ্ৰয় লয়গৈ। যিবিলাক আছিলে, পিছত বগা-বঙাল নাইবা ইংৰাজৰ উৎপাত-অত্যাচাৰ সহ্য কৰিব নোৱাৰি,—তেওঁলোকো তাৰ পৰা গুচি যায়। বাৰী দুখনৰ গৰাকী বুঢ়াগোহাঁঞি বংশৰ নাতি-পুতি সকলে তেতিয়াৰ পৰাই বেলেগে দিলিহি নৈৰ কিনাৰত সামান্য ঘৰ-বাৰী লৈ বাস কৰিবলৈ ধৰে।

সেই বাৰী দুখন তেতিয়াৰ পৰাই, সৌ সিদিনাৰ ইং ১৯২২ চনলৈকে চৰকাৰী চৰণীয়া পথাৰ হৈ মুকলি উদং অৱস্থাত পৰি থাকে। এই বংশৰ সিংহপুৰুষ—বীৰ দুমলী গোহাঁঞিৰ আহিত, বংশৰ ইবিলাকেও ইংৰাজক ঘৃণা চকুৰে চোৱাত আৰু ইংৰাজৰ ভাষাকৃষ্টি গ্ৰহণ কৰিবলৈও অনিচ্ছুক হোৱাত,—তেওঁলোকৰ অৱস্থা পিচলৈ পানীত হাঁহেও নচৰাহে পৰে। প্ৰকৃত কথা কবলৈ হলে,—সৌ সিদিনালৈকে ইংৰাজসকলৰ শাসনকালত এই বংশৰ সতি-সন্ততি সকলে সকলোবোৰ সুবিধাৰ পৰা চিৰ বঞ্চিত হৈ আছিলে। ইংৰাজ-সকলৰ আদব-কায়দা আৰু ভাষা-কৃষ্টিৰ পৰা আঁতৰি থকাটোৱেই তাৰ আচল আৰু অন্যতম কাৰণ বুলি কব লাগিব।

এই বংশৰ উজ্জ্বল ৰত্ন—স্বৰ্গীয় ভগদত্ত বুঢ়াগোহাঁই ডাঙৰীয়া, ইংৰাজৰ যুগত তেনে স্কুল-কলেজৰ শিক্ষাৰে শিক্ষিত নহলেও, তেওঁ মৃত্যুৰ দিন পৰ্যন্ত পুৰণি অসমৰ ৰীতিনীতি, আচাৰ-ব্যৱহাৰ, সাজ-পোছাক ব্যৱহাৰ কৰি আছিলে। তেওঁৰ চকুত পুৰণি অসমৰ সভ্যতা আৰু বুৰঞ্জীৰ গৌৰৱপূৰ্ণ কাৰ্যকলাপবোৰ জিলিকাই আছিল। ইং ১৯০২ চনৰ পৰাই এই বংশৰ পূৰ্বৰ মাটি-বাৰী, খাত-পাম আৰু ৰজাঘৰীয়া সম্পত্তিবোৰ পুনৰ পাবলৈ, ইংৰাজ-বিষয়াসকলৰ ওচৰত দাবী জনাইছিল ; এই বিষয়ে তেওঁৰ পিছত থাকি স্বৰ্গীয় ৰাধিকানাথ শৰ্মা ডাঙৰীয়াই ইংৰাজীত দৰ্খাস্ত লিখা আৰু আইন-সঙ্গত আৱশ্যকীয় বুদ্ধি-পৰামৰ্শ দি গোহাঁইদেৱক যথেষ্ট সহায় কৰিছিলে। সেই কাৰণেই সেই উপকাৰী, শিৱসাগৰৰ প্ৰখ্যাত ফুলেশ্বৰী হাইস্কুলৰ প্ৰতিস্থাপক,

জন-প্ৰিয় সৰবৰহী নায়ক আৰু জয়মতী উৎসৱৰ গুৰি ধৰোতা, সেই স্বৰ্গীয় শৰ্মা দেৱক—এই বংশৰ কোনোৱেই পাহৰিব নোৱাৰে।

যোৱা ইং ১৯২১ চনৰ পৰা অসমত স্বাধীনতাৰ অসহযোগ আন্দোলনৰ কাম চলিবলৈ ধৰে। সেই সৰ্বভাৰতীয় গণ-আন্দোলনত যোগদান দিবলৈ এই বংশৰ ডেকা-বুঢ়া-গাভৰুসকলবোৰ প্ৰাণত নতুন উৎসাহ হয়।

সেই আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি, লৰা-ছোৱালীবিলাকে পঢ়াশুনা এৰে, অ'ত ত'ত কাম কৰি থকাসকলেও কাম এৰি, ইংৰাজ-চৰকাৰ ভঙাৰ উপায়-বুদ্ধিত লিপ্ত হয়। কেইবাজনেও চাহাবহঁতৰ ওচৰত লাঞ্ছিত হৈ শাস্তি দণ্ডও ভোগ কৰিবলৈ পায়। শেনচকুৱা ইংৰাজ-বিষয়াসকলৰ চকুত আকৌ পুৰণিকলীয়া বিদ্ৰোহৰ কথাবোৰ জিলিকি পৰে; আৰু তাৰ বাবেই শেষত স্বৰ্গীয় ভগদত্ত গোহাঁঞি ডাঙৰীয়াৰ ১৯০২ চনৰ পৰা নেৰানেপেৰাকৈ দাবী কৰি অহা মাটি-সম্পত্তিৰ ন্যায্য দাবীবোৰ, মইমতীয়াভাৱে ইংৰাজ-বিষয়াসকলে নাকচ্ কৰি পেলায়। এইভাৱে অন্যায় কৰি নাকচ্ কৰাত, গোহাঁঞি ডাঙৰীয়াৰ অন্তৰখন ভাগি চুৰমাৰ্ হৈ গৈছিল।

তেতিয়া অতি অহঙ্কাৰী আৰু নিষ্ঠুৰ স্বভাৱৰ ইংৰাজ-বিষয়া মিঃ গাণিং চাহাব শিৱসাগৰৰ মহকুমা-অধিপতি। সেই চাহাবে কেনে অসৎ আৰু নিৰ্মমভাৱে কংগ্ৰেছৰ গণ-আন্দোলন নাইকিয়া কৰিবলৈ অসংখ্য গোৰ্খা সৈন্য লৈ, গাৱেঁ গাৱেঁ ফুৰিছিলে, আৰু কেনেকৈ মানুহক মাৰি-কিলাই কংগ্ৰেছ-অফিচবোৰ এফালৰ পৰা পুৰি নষ্ট কৰিছিলে,—সেই-বোৰ অত্যাচাৰৰ কথাও শিৱসাগৰীয়াই কেতিয়াও পাহৰিব নোৱাৰে।

সেই গাণিং চাহাবেই এই বংশৰ প্ৰতি অলপো বিচাৰ-বিবেচনা নকৰি, পূৰ্বৰ ৰজাঘৰীয়া বাৰী ভূথনৰ এখনত,—নগৰৰ দৈকলঙীয়া গাৱৰ কৈৱৰ্তসকলক ঘৰ-বাৰী লৈ বহিবলৈ দিয়ে। তাৰ বাহিৰেও আগৰ খাতখনৰ মাটিবিলাকো যাকে-তাকে বিলাই দি, এই বংশৰ প্ৰতি চিৰকাললৈ অন্যায় আৰু ক্ষতি কৰি থৈ গৈছে। মানুহে তেতিয়াৰ পৰাই বাৰীৰ পূৰ্বৰ বিত্তোপন ঢাপ আৰু পুখুৰী খহাই নষ্ট

কৰি, সেই বিলাকৰ সৌন্দৰ্য লুপ্ত কৰি আছিছে। লগে লগে বুৰঞ্জীৰ আপুৰুগীয়া সেই পাত এখিলাও নাইকিয়া কৰিছে। সেই বিলাকৰ উপৰিও বাৰীত পুতি থোৱা আগৰদিনৰ ধন-সোণ আদি বহুমূলীয়া সম্পত্তিখিনিও, যাৰে ইচ্ছা সেয়ে অবাধে খানি-খহাই উলিয়াই লৈ গৈছে। বাৰীৰ আম, কঠাল, টেঙা, তামোল, আদি বিবিধ গছ-গছনিবোৰো কাটি-ছিঙি খৰি কৰি নিবলৈ ধৰিছে।

ইং ১৯২৬ চনত দিহিংমুখৰ ইংৰাজ উড্ চাহাবে বাৰী এখনৰ পৰা, ৰাতি লগত বণুৱা লৈ, তাৰ পৰা সোণ-ৰূপ অয় অলংকাৰ থকা কেইটামান ডাঙৰ ঘাগৰীও গাঁতখানি লৈ যোৱা কথা সকলোৱে জানে। এতিয়াও ওচৰৰ ধাইআলিৰ বহুকলীয়া সেই শেত শিমলু জোপাৰ তলত সেই এবুকুৱা গাতঁৰ চিন্ আছে। অৱশ্যে তাৰ কেইবছৰমানৰ পিছতেই সেই ইংৰাজ চাহাবৰো অকাল মৃত্যু হয়। ঠিক্ তেতিয়াৰ পৰাই মানুহে আগতে সচৰাচৰ মাজৰাতি দেখিবলৈ পোৱা, সেই ঠাইৰ 'ধনজুই' বা গেছ-জুই নাইকিয়া হ'ল। এতিয়া ঠাই ডোখৰৰো আগৰ গহীনতা গুচি, তেনেই পাতল-মুকলি-উদং যেন হৈ পৰিলে।

আনহাতে পূৰ্বৰ সেই খুন্দা পুখুৰীৰ অৱস্থাও সম্পূৰ্ণই শোচনীয় বুলি কলেও মিছা নহয়। আৱশ্যকীয় যত্ন আৰু সাৱধানতাৰ অভাৱত, পাৰকেইটা খহি যাবলৈ ধৰিছে, অতি বাম হৈ আছিছে—সি কেৱল মানুহৰ মাছমৰা বিলতহে পৰিণত হৈছেহি।

এইভাৱেই বুৰঞ্জী প্ৰসিদ্ধ দিলিহিয়াল বুঢ়াগোহাঁঞি সকলৰ পুৰণি কলীয়া অপূৰ্ব স্মৃতি-চিনবোৰ দিনে দিনে ধ্বংসৰ মুখত বিলুপ্ত হবলৈ ধৰিছে। এই বাবেই এদিন সেইবোৰৰ সংৰক্ষণৰ কাম এটা জটিল সমস্যাত পৰিব বুলিহে আমাৰ দৃঢ় সন্দেহ আৰু ধাৰণা। আমাৰ বুৰঞ্জীবিদ্ সকলে তাৰ কিছু অংশ উদ্ধাৰ কৰিবলৈ, ইমানতে সাৰ নাপালে, ভৱিষ্যতে বুৰঞ্জীয়ে কান্দিলেও—সেইবোৰ কেৱল আমাৰ বুঢ়ি আইসকলৰ সাধুকথাতহে, সোঁপোনহৈ পৰিবগৈ বুলি নিশ্চয়কৈ কব পৰা যায়।*

* ১৮৮৫ শকৰ চ'ত সংখ্যা 'আৱাহন'ত প্ৰকাশিত।

## দিলিহীয়াল বুঢ়াগোহাঁঞি সকলৰ পুৰুষ-নামা

সৌমাৰ-বিজয়ী, পৰাক্ৰমী, বহুদৰ্শী, টাই-আহোমৰ প্ৰথম ৰজা স্বৰ্গদেৱ চুকাফাই প্ৰবল প্ৰতাপেৰ দেওঁধাই লাক্নি ৫৯১, শকাদিত্যৰ ১১৫০ শক, ইংৰাজী ১২২৮ চনত,—আঘোনৰ ১৬ দিনৰ দিনা আগবেলা, এই দেশৰ ৰাজ-পাটত বহে। স্বৰ্গদেৱৰ লগত অহা প্ৰথম গৰাকী ৰাজমন্ত্ৰী বুঢ়াগোহাঁঞি ডাঙৰীয়াৰ নাম আছিল,—থাওমুং—ক্লিংলন্ মাংৰায়। এওঁৰেই স্বৰ্গদেৱৰ একমাত্ৰ সোঁ-হাত হৈ দেশ-শাসনৰ সকলো প্ৰকাৰৰ ধৰণী আৰু গুৰি ধৰিছিল। ৰাজনীতি বিষয়তো তেওঁ অগাধ পণ্ডিত আৰু সেই অনুপাতে অজেয় পৰাক্ৰমী বীৰো আছিল।

এওঁৰ দিহা-পৰামৰ্শ মতেই স্বৰ্গদেৱে ইখনৰ পিচত সিখনকৈ আশে-পাশে থকা দেশবোৰ জয় কৰি, নিজৰ সভ্যতা বিস্তাৰ কৰি, সমাজৰ ৰীতি-নীতি-সংগঠনৰ কামবো ভাল বৈজ্ঞানিক নিয়ম-প্ৰণালী-বিলাক প্ৰতিষ্ঠা কৰিব পাৰিছিলে। এই নিমিত্তেই বুঢ়াগোহাঁঞি-সকল আহোম-সাম্ৰাজ্যৰ প্ৰকৃত ধৰণী স্বৰূপে থাকি, শাসন-প্ৰণালীৰ গুৰি ধৰি, অসম বুৰঞ্জীৰ এটা শ্ৰেষ্ঠ অংশ অধিকাৰ কৰি আছিল।

ইংৰাজী ১২২৮ চনৰ পৰা এতিয়ালৈকে প্ৰায় আঁঠশ বছৰ ধৰি, এই বুঢ়াগোহাঁঞিসকলে পুৰুষানুক্ৰমে যুগে যুগে তেওঁলোকৰ 'পুৰুষনামা' অতি সযতনে সংৰক্ষণ কৰি আহিছে। এই প্ৰবন্ধত কেৱল দিলিহীয়াল বুঢ়াগোহাঁঞি সকলৰ বিষয়েহে আলোচনা কৰা হৈছে। আগতেই কোৱা উচিত হব যে, এই প্ৰবন্ধ দিলিহীয়াল বুঢ়াগোহাঁঞি ঘৰৰ নিজা বুৰঞ্জীৰ সহায়ত প্ৰস্তুত কৰা হৈছে আৰু এতিয়ালৈকে এই ফৈদৰ যিবিলাকৰ নাম সংগ্ৰহ হৈছে, ইয়াত কেৱল তেওঁলোকৰ নামবিলাকহে উল্লেখ আছে। বিশেষকৈ সিবিলাকৰ বৰফৈদৰ বাহিৰে—মাজু আৰু সৰু ফৈদৰ নিৰ্ভুল পুৰুষনামা এতিয়াও উদ্ধাৰ কৰিব নোৱাৰাত,—সেই সেই

ফৈদৰ বিষয়ে ইয়াত কোনো কথা উল্লেখ কৰা নাই। আমাৰ বিশ্বাস, সিবিলাকেও আমাৰ দৰেই নিজ নিজ পুৰুষনামা সংৰক্ষণ কৰিছে। সেইবিলাকো উদ্ধাৰ কৰিব পাৰিলে,—এই দিলিহীয়াল বুঢ়াগোহাঁঞি সকলৰ বিষয়ে বুৰঞ্জীমূলক তথ্য-পাতিৰে এখনি পূৰ্ণাঙ্গ পুৰুষনামাও উলিয়াব পৰা হব। আনহাতে সিবিলাকৰ সম্পূৰ্ণ বুৰঞ্জী আৰু পুৰুষনামা উদ্ধাৰ হলে, কেতিয়া কোন কোন ৰাজমন্ত্ৰী ডাঙৰীয়াসকলৰ দিনত কেনে ধৰণৰ শাসন-কাৰ্যবোৰ চলিছিলে, সেইবিলাকৰো বিশদ বিৱৰণী দিব পৰা যাব।

পুৰুষনামা আৰু বুৰঞ্জীৰ মাজত কাৰ্যতঃ ইমানেই পাৰ্থক্য যে, বুৰঞ্জীয়ে কেৱল একো একো জনৰ জীৱনৰ কাৰ্য-কলাপৰ বিশদ বিৱৰণী দি যায় আৰু পুৰুষনামাই কেৱল কাৰ পুত্ৰ কোন সেই-বিলাকৰহে বিতং পৰিচয় দিয়ে। ইয়াত সিবিলাকৰ কাৰ্য-কলাপৰ দিশটো বাদ দি, কেৱল একাদিক্ৰমে বাঢ়ি অহা বংশ বা পৰিয়ালৰহে পৰিচয় দিয়া হৈছে। ওপৰত উল্লেখ কৰি অহা হৈছে যে, থাওমুং-ক্লিলন্ মাংৰায়, টাই-আহোমৰ সৰ্বপ্ৰথম বুঢ়াগোহাঁঞি ৰাজমন্ত্ৰী ডাঙৰীয়া। এওঁৰ পুত্ৰ—থাওৰুৰো ডাঙৰীয়া-এওঁৰ পুত্ৰ

↓

চাওফ্ৰংডাম্ ডাঙৰীয়া—এওঁৰ পুত্ৰ

↓

খেন্‌লুং ডাঙৰীয়া—এওঁৰ পুত্ৰ

↓

ফান্‌লুংখাম্ পেং ডাঙৰীয়া—

এওঁৰ পুত্ৰ ১৪ জন। এওঁলোকক প্ৰত্যেককে দৰ্কাৰি মাটি-বাৰী, ঘৰ-দুৱাৰ, বেটী-বন্দী, গৰু-মহ, হাতী-ঘোঁৰা, ধন-সোণ—এইবোৰ অজস্ৰ সা-সম্পত্তি দি, চৈধ ঠাইত স্থাপন কৰে। সেইসকলৰ একাদিক্ৰমে নাম হৈছে—(১) থাওমুং, (২) লাংচ, (৩) আইথেক্, (৪) তাফ্ৰীকিং, (৫) লাইচং, (৬) লাজান্, (৭) পান্‌তান্, (৮) থিংকাপ্, (৯) লুইকং, (১০) তাতান্‌থিন্, (১১) চাওলুং, (১২) কাম্‌কন্, (১৩) লুংবান্, আৰু (১৪) থাওমংলং।

সেই অনুক্ৰমে এওঁলোকক স্থাপন কৰা সেই ১৪ ঠাইৰ নাম একাদিক্ৰমে—সদিয়াল, লাংমাৰ, কুঁৰৈগাওঁ, টেপৰতল, ফুটুকাতল, লঙ্কাক, দিলিহি, বাঁহগড়, ৰাইলুং, জবকা, পুখুৰীপাৰ, কলফুলপাৰ, ৰাইচিয়া, আৰু ডুইলেমুখ।

এইবিলাক ঠাই অনুযায়ী সেই সেই ফৈদবিলাকক বুৰঞ্জীয়ে চিনাকি দিয়ে বা বুৰঞ্জীত আছে; যেনে—সদিয়ালক সদিয়লীয়া, লাংমাৰক লাংমাই, কুঁৰৈগাৱঁক কুঁৰৈগঞা, টেপৰতলক টেপৰতলীয়া, ফুটুকাতলক ফুটুকাতলীয়া, লঙ্কাকক লঙ্ককীয়া, দিলিহিক দিলিহীয়াল, বাহঁগড়ক বাহঁগড়ীয়া, ৰাইলুংক ৰাইলুঙীয়া, জবকাক জবকীয়াল, পুখুৰীপাৰক পুখুৰীপৰীয়া, কলফুলপাৰক কলফুলপৰীয়া, ৰাইচিয়াক ৰাইচিয়াল আৰু ডুইলেমুখক ডুইলেমুখীয়া নামেৰে জনাজাত হয়। এই সকলৰ ভিতৰত শেষৰ জনৰ অৰ্থাৎ থাওমংলং বা ডুইলেমুখীয়া অপুত্ৰক আছিল।

এইসকলে প্ৰত্যেক ঘৰেই নিজ নিজ ডালৰ পুৰুষনামাত নিজৰ সতি-সন্ততিসকলৰ নিভুৰ্ল হিচাব ৰাখি আহিছে। অৱশ্যে এটা বিষয়ত বৰ আচৰিত হব লাগে যে, টাই-আহোমে পূৰ্বৰ পৰাই সিবিলাকৰ পুত্ৰসকলৰ বাহিৰে, কন্যা বা তিৰুতাবিলাকক কেতিয়াও কোনো পুৰুষনামাত উল্লেখ কৰা নাই। এই বিষয়ে অসম বুৰঞ্জীও সম্পূৰ্ণই নিমাত। বোধকৰোঁ যিবিলাকে এই ঠাইৰ তিৰুতাসকলৰ পাণি গ্ৰহণ কৰিবলগীয়া হোৱাই তাৰ ঘাই কাৰণ; নতুবা জীয়াৰীৰ পম খেদিবলৈ 'পুৰুষনামা' ডুঃসাধ্য হৈ উঠাৰ ভয়তে—তেওঁলোকক এনেকৈ বাদ পেলাই গ'ল।

অসমৰ সকলো বুঢ়াগোহাঁঞি গোট খাই পূৰ্বৰ পৰাই এতিয়ালৈকে প্ৰায় ৩০ বছৰৰ মূৰে মূৰে সিবিলাকৰ বুঢ়াগোহাঁঞি বংশাৱলী পাতে। তালৈ অসমৰ বিভিন্ন ঠাইত সিচঁৰিত হৈ থকা বুঢ়াগোহাঁঞি-সকল আহি, প্ৰত্যেক ফৈদৰ পুৰুষনামাবোৰ পৰীক্ষা কৰে, বুৰঞ্জীৰ চৰ্চ্চা হয় আৰু তেতিয়া তেওঁলোকৰ প্ৰকৃত সংখ্যাৰো হিচাব ওলায়।

এই অনুষ্ঠানৰ বিশেষত্ব এইয়ে যে, বিৰাট মণ্ডপৰ ঠিক মাজ ঠাইৰ এখনি ওখ বেদীত তেওঁলোকৰ সেই চৈধ পুৰুষক চৈধ ঠাইত আসন দিয়ে; অৰ্থাৎ তেওঁলোকৰ স্মৃতি-চিন স্বৰূপে সোণ-ৰূপ খচিত চৈধখন ওখ-ডাঙৰ শৰাই থৈ, আৱশ্যকীয় অস্ত্ৰ-শস্ত্ৰ, ফুলাম বস্ত্ৰ আৰু ধূপ-ধুনা-ফুল-বন্তিৰে সেৱা-পূজা কৰে। তেওঁলোকৰ বৰমূৰীয়াসকলে পূৰ্বৰ নিয়ম কানুন অনুসৰি এফালৰ পৰা গুণানু-কীৰ্ত্তন কৰি উঠি অহা ডেকা-গাভৰু, লৰা-ছোৱালীহঁতক, সেইবিলাক এফালৰ পৰাই পৰিচয় দি যায়। বুৰঞ্জীৰ লগত সম্বন্ধ ৰাখি কথাবিলাক পৰিপাটিকৈ বুজাই দিয়ে আৰু তেওঁলোকেও একাদিক্ৰমে স্মৃতি-চিহ্নত ফুল দি দি সেৱা কৰি যায়। পূৰ্বতে অৱশ্যে টাই বা আহোম ভাষাত পৱিত্ৰ মন্ত্ৰপাঠ কৰিছিলে; কিন্তু আজিকালি তাৰ ঠাইত অসমীয়াতে অৰ্থাৎ হৰি নামেৰেই নাম-কীৰ্ত্তন কৰিবলৈ ধৰিছে। হাজাৰ হাজাৰ নৰ-নাৰীয়ে বেদীৰ চাৰিওফালৰ পৰা সেৱা-পূজা কৰা দৃশ্য অপূৰ্ব আৰু চিৰস্মৰণীয়।

ইয়াৰ পিচত স্বৰ্গদেৱ চুকাফা মহাৰাজৰ দিনৰপৰা এতিয়ালৈকে তেওঁলোকৰ বৃহৎ সাঁচিপতীয়া 'অসম বুৰঞ্জী' পুথি মেলি এফালৰ পৰা বাহুল্য ভাৱে পাঠ কৰি, তাৰ অৰ্থ আৰু তথ্যবিলাক বুজিবলৈ যত্ন কৰে। এজনে পঢ়ি যায় আৰু অন্যান্যসকলে আসন পাতি বহি একান্ত মনে শুনে। আজিকালি কীৰ্ত্তন-ঘোষা পঢ়াৰ সময়ত মানুহে যিভাৱে ভক্তিভাৱে নীৰৱ হৈ শুনে,—সেই বুৰঞ্জী পাঠৰ সময়তো ঠিক সেইভাৱেই ভক্তিভাৱে শুনিবলৈ ধৰে। এই বুৰঞ্জী পাঠৰ সময়ত বহুতেই বেজাৰত চকুপানীও মচে; কিয়নো তেতিয়া হয়তো তেওঁলোকৰ মনত পৰে যে, এসময়ত তেওঁলোক আছিল কি, আৰু কালচক্ৰত পৰি এতিয়ানো হৈছে কি?

বুৰঞ্জী পাঠৰ শেষত তেওঁলোকৰ বৰ্ত্তমানৰ আৰু ভৱিষ্যতৰ কাৰ্য-পন্থা স্থিৰ কৰিবলৈ এখনি গুৰুত্বপূৰ্ণ মেলো বহে। সেই মেলত বাহিৰ-ভিতৰুৱা অনেকখিনি বিষয়ৰ আলোচনা হয়,—যাৰ দ্বাৰা

তেওঁলোকে সংসাৰত মান-মৰ্যাদা লৈ মানুহ হিচাপে জীয়াই থাকিব পাৰে। বিশেষকৈ, একগোট হৈ কেনেকৈ কাম কৰিব পাৰে, টাই-আহোমৰ হিত সাধনত কি বৰঙণি দিব পাৰে আৰু এই জাতিৰ দায়িত্ব-বোজা কেনেকৈ পালন কৰিব,—এই বিলাকেই আলোচ্য প্ৰধান বিষয়।

এই বংশাৱলীৰ কামবিলাক ৰাতি-দিন সমভাৱে চাৰি-পাঁচদিন চলে। আটাই কেওদিন একেভাৱেই সেৱা-পূজাৰ কামো চলিবলৈ ধৰে; শেষৰ দিনটো কেৱল অন্যান্য ৰাইজৰ সেৱা-পূজাৰ নিমিত্তে মুকলি ৰখা হয়। সেই অনুক্ৰমে যাৰ যেনে ইচ্ছা, তেনে ভাৱেই আন্তৰিক পূজাৰে সিবিলাকক তৰ্পণ কৰিব পাৰে। এই ভাৱেই অল্প পৰিমিতো বংশাৱলীৰ কাম চলি আহিছে। এতিয়ালৈকে বুঢ়াগোহাঁঞিসকলৰ ঘন বসতি ঠাই—বকতা, লক্কাক, টেপৰতল আৰু বামুণপুখুৰী আদি জনবহুল ঠাইত এই বংশাৱলী পালন কৰা হৈছে। যিবিলাক ঠাইত এতিয়ালৈকে এই বংশাৱলী অনুষ্ঠিত হৈ গ'ল—সিবোৰ সচাঁকৈয়ে বুৰঞ্জীৰ একো একো যাউতীযুগীয়া অপূৰ্ব-স্মৃতি। এই বিষয়ত যিসকলে আপ্ৰাণ চেষ্টা কৰি মহান্ আদৰ্শ দেখুৱাই গ'ল,—সেইসকলৰ ভিতৰত স্বৰ্গীয় কৃষ্ণানন্দ, ৰমাকান্ত, বালিগোহাঁই, মুক্তানাথ, চন্দ্ৰেশ্বৰ, দুৰ্গাচৰণ, কুমুদেশ্বৰ, ছয়গোহাঁই এই সকলেই প্ৰধান। এইসকলৰ উপৰিও ভালেকেই জন লোক আছে,—সিবিলাকৰ আচল নামবিলাক সংগ্ৰহ কৰিব নোৱাৰাত ইয়াত উল্লেখ কৰিব নোৱাৰি আমি দুঃখীত হৈছোঁ।

এটা কথা মন কৰিবলগীয়া যে, টাই-আহোমৰ মানুহৰ বয়সৰ হিচাৰতকৈ সম্বন্ধৰ হিচাপ সদায় ডাঙৰ। এই সম্বন্ধৰ হিচাপো পুৰুষনামাই পৰিষ্কাৰ হিচাপে দেখুৱাই দিয়ে। অইনকি এই পুৰুষ-নামাৰ বলত কোনে কাক কি সম্বন্ধ ধৰিব লাগে, তাৰো হিচাপ ওলায়। এই বাবেই, সম্বন্ধৰ ডোল ডাঙৰ কাৰণেই হয়তো একোজন ৬০।৭০ বছৰীয়া বয়সস্থয়েও এজন কম বয়সীয়া লৰা বা ডেকাক ককাইদেৱ বা

দদাইদের বুলিব লগীয়া হয় গৈ। এই পুৰুষনামাবিলাক সংৰক্ষণ কৰাৰ হেতুকেই আদিৰ পৰা এতিয়ালৈকে সম্বন্ধৰ আঁতভাল এতিয়াও হেৰুৱা নাই। তাৰোপৰি বহুত বছৰৰ পিচত চা-চিনাকি হোৱা একোজনক জানিবলৈ বা তেওঁৰ সৈতে কেনে সম্বন্ধও হব পাৰে,—সেইবিলাকো পুৰুষনামাই তৎক্ষণাৎ উলিয়াই দিয়ে।

পুৰুষনামা লিখি অহা অভ্যাসটো টাই-আহোমৰ এটা বিশিষ্ট গুণ। এই বাবেই আজিও তেওঁলোকৰ মাজত কোনোলোকৰ বংশৰ গুৰি-গোষ্ঠী বিচৰা নিয়মো চলি আছে। বিশেষকৈ, গোহাঁইসকলৰ মাজত এই অভ্যাসটো অতি বেছি; পূৰ্বপুৰুষৰ এই নিয়ম-কানুন আজিও এৰিব পৰা নাই—যদিওবা এই কালত তেওঁলোকৰ আভত্ব প্ৰায় বিলুপ হৈ যাবলৈ ধৰিছে। যি কোনো একোজনৰ বংশৰ ইতিবৃত্ত পৰিচয় পোৱাৰ পাছতহে, সামাজিক ৰীতি-নীতি অনুসৰি যাক যেনে ধৰণেৰে শুধন-পোচন কৰিব লাগে, মান-সৎকাৰ আৰু শুশ্ৰূষা কৰিবৰ প্ৰয়োজন হয়, ঠিক সেই ধৰণেই কৰে,—তেওঁলোকৰ ইও এটা ধৰা-বন্ধা নিয়ম-পদ্ধতি বুলি কব পৰা যায়।

বুৰঞ্জী আৰু পুৰুষনামা, টাই-আহোমৰ অতি গোপনীয়, পৱিত্ৰ আৰু ডাঙৰ সম্পত্তি। পূৰ্বপুৰুষসকলে দঢ়াই দঢ়াই শপত দি কৈ গৈছে যে,—"এই বিলাক আনক চুবলৈ নিদিবা,—পাপ হব,—সম্মান হেৰাব। পো-মৰিলে যি দুখ পায়,—আনে চুলেও সেই দুখ পাবা।" কিন্তু, সময়ৰ ধুমুহাত সেই শপতৰ কথা পাহৰি যোৱাতেই হয়তো এই জাতিৰ আজি ইমান লৈ-লৈ, থৈ-থৈ, অৱস্থা হবলৈ পাইছে! এনে এটা সময় পাৰ হৈ গ'ল,—যি সময়ত এই বিলাকৰ অৰ্থে বুকুৰ কেঁচা তেজো দি বুৰঞ্জীৰ সম্মান জীয়াই ৰাখিছিলে; এনে এটা দিন আছিলে,—যি দিনত সকলোৱে আগত বুৰঞ্জীকেই সৰ্বশ্ৰেষ্ঠ কেন্দ্ৰ কৰি তেওঁলোকৰ কাৰ্যবোৰ চলিছিলে। তেতিয়া সকলো ক্ষেত্ৰতে আৰু সকলো জাতীয় তিথি-উৎসৱত,—কেৱল বুৰঞ্জী আৰু পুৰুষনামা পাঠেই একমাত্ৰ তৰ্পণৰ সম্ভাৰ সামগ্ৰী হৈ আছিলে।

ইয়াকো পাহৰিব নোৱাৰা কথা যে, স্বৰ্গদেৱসকলৰ দিনত এই বুৰঞ্জী আৰু পুৰুষনামাত—কেতিয়াও কোনো অতিৰঞ্জিত কথাই স্থান নাপাইছিলে। তাৰোপৰি কোনো ঘটনা নাইবা দিন, বাৰ, ক্ষণ, এইবিলাকো কেতিয়াও ভুল কৰি লিখা নহৈছিল। যেতিয়াই যি হৈছিল বা ঘটিছিলে, তেতিয়াই নিভুৰ্লভাৱে সত্য কাহিনীবিলাকহে বুৰঞ্জী-পুথিত লিপিৱদ্ধ কৰি গৈছিল। মিছা, অসত্য, অতিৰঞ্জিত কথা লিখা,—তেওঁলোকে এটা মহাপাপ বুলি ভাবিছিলে আৰু সেই-বাবে ঈশ্বৰৰ ওচৰতো অত্যন্ত দোষী-অপৰাধী হব বুলিও দৃঢ়ভাৱে ভাবি লৈছিল। এই কাৰণেই বুৰঞ্জীত কোনো কথা লিখাৰ আগতেই, স্বৰ্গদেৱসকলে স্বয়ং পাত্ৰ-মন্ত্ৰীসকলৰ সৈতে তাৰ সত্যাসত্য বিচাৰ কৰাৰ পিচতহে, কোনো কথাই বুৰঞ্জীত ঠাই পাইছিলে। এনেবোৰ কঠোৰ নীতি-নিয়মৰ বাবেই, প্ৰকৃততে আচল বুৰঞ্জীৰ ক'তো মিছা কথা লিখাৰ কোনো প্ৰমাণ নাই, তাত কেৱল সত্য কাহিনীবিলাকহে পঢ়িবলৈ পোৱা যায়।

বুৰঞ্জী-সাহিত্যৰ অন্য এটা বিশেষত্ব এই যে, তাত যিবোৰ বাক্য বা যোজনা-উপমা লিখা আছে,—সেইবোৰৰ প্ৰকৃত তাৎপৰ্য অতি উচ্চ বিধৰ। ইমান সহজ আৰু কম কথাতে—একোটা ডাঙৰ কথাৰ বিৱৰণী দিয়াও ইয়াৰ বিশেষত্ব আৰু সিবোৰ গভীৰ চিন্তাৰ বিষয়। বুৰঞ্জীৰ কাহিনী আৰু তাৰ শব্দ-গাঠনিবিলাক ওপৰে ওপৰে চাবলৈ গলে—একো ৰস বা সোৱাদ পাব পৰা নাযায়; কিন্তু মনোযোগেৰে বিশ্লেষণ কৰিবলৈ গলে,—অৰ্থৰ শেষ নপৰে,—হয়তো লিখিবলৈ গলেও অন্য এখন বৃহৎ পুথিও হৈ পৰিব। এই নিমিত্তেই হয়তো পূৰ্বপুৰুষসকলে ইয়াৰ তাৎপৰ্য বুজি নোপোৱাবিলাকক চুবলৈ বা পঢ়িবলৈ দিয়া বিষয়ত শপতো দি থৈ গৈছে।

আগতেই উল্লেখ কৰি অহা চৈধ পুথাওৰ ভিতৰৰ সপ্তম জনেই দিলিহীয়াল বুঢ়া গোহাঁঞি ফৈদৰ, সেই পানৃতান্ গোহাঁঞি ডাঙৰীয়া। তেওঁৰ চাৰিগৰাকী পুত্ৰ—(১) কিংমাই, (২) লাচাই,

(৩) ত্যাওৰাই, (৪) ত্যাওকাং। প্ৰথম জনৰ পুত্ৰ—চফলু আৰু মানুচা। চফলু ডাঙৰীয়াৰ—লুংফং, চেংৰাই, লাজান্, শুকুলাহুহু আৰু কিংমান নামেৰে মুঠ পাঁচজন পুত্ৰ। শুকুলাহুহু ডাঙৰীয়াৰ একমাত্ৰ পুত্ৰ—ৰাজমন্ত্ৰী দীঘলা বুঢ়া গোহাঁঞি। তেওঁৰ বৰদেৱ, মাজুদেৱ আৰু সৰুদেৱ নামেৰে তিনিজন পুত্ৰ। বৰদেৱৰ পুত্ৰ—শুক্লেশ্বৰ, এওঁৰ পুত্ৰ ৬ জন। (১) জয়ধন (নাথ), (২) বীৰধন (বায়ন), (৩) তনুশ্যাম (বৰুৱা), (৪) শিশুৰাম (শইকীয়া), (৫) বেথায়, (৬) ঘুমলী গোহাঁঞি।

ঘুমলী গোহাঁঞিৰ পুত্ৰ ভদ্ৰসেন, ভদ্ৰসেনৰ পুত্ৰ ভকত গোহাঁঞি, ভকত গোহাঁঞিৰ পুত্ৰ জাতিৰাম, মুহীধৰ আৰু মুক্তানাথ (মনোহৰ)। সিদিনা ইং ১৯৬৩ চনৰ ১৯ ডিচেম্বৰ তাৰিখে ১৩ পুহ ৰবিবাৰে আবেলি এক বজাত ৺মুক্তানাথ গোহাঁঞি ডাঙৰীয়া ১১৮ বছৰ বয়সত স্বৰ্গী হয়।

জাতিৰামৰ পুত্ৰ—ভগদত্ত আৰু সুধীৰাম। মুহীধৰৰ পুত্ৰ—পূৰ্ণানন্দ। মুক্তানাথৰ পুত্ৰ ৮ জন আৰু কন্যা তিনি গৰাকী; (১) নন্দীনাথ, (২) ঘননাথ, (৩) শিৱনাথ, (৪) ক্ষেত্ৰনাথ, (৫) ৰিপুনাথ, (৬) কননাথ, (৭) মুহিনাথ, (৮) ৰুচিনাথ। কন্যা—তিলেশ্বৰী, লাৱণ্যলতা, কুঞ্জলতা আইদেৱ।

ভগদত্তৰ পুত্ৰ—মহেন্দ্ৰ, চন্দ্ৰ আৰু গোলাপ। সুধীৰামৰ পুত্ৰ—জিতেন্দ্ৰ, তাৰাপ্ৰসাদ আৰু কামাখ্যাপ্ৰসাদ। পূৰ্ণানন্দৰ পুত্ৰ—শৰৎচন্দ্ৰ। নন্দীনাথৰ পুত্ৰ—ব্ৰজেন্দ্ৰ, ইন্দ্ৰ আৰু দেবেন্দ্ৰ। ঘননাথৰ পুত্ৰ—প্ৰমোদ আৰু বিপুল। শিৱনাথৰ পুত্ৰ—ফুলনাথ আৰু সুৰেন্দ্ৰনাথ। ক্ষেত্ৰনাথৰ পুত্ৰ—গুণীন্দ্ৰ, পুলিন্দ্ৰ আৰু ৰবীন্দ্ৰ। ৰিপুনাথৰ পুত্ৰ—হীৰেন্দ্ৰ আৰু বনকুমাৰ। কননাথৰ পুত্ৰ—আনন্দ, মুণীন্দ্ৰ আৰু যতীন্দ্ৰ। মুহীনাথৰ পুত্ৰ—গুণ, সত্য, জগন্নাথ, মুক্তিনাথ আৰু দেবেন্দ্ৰনাথ। ৰুচিনাথৰ পুত্ৰ—ৰুবুল্।

মহেন্দ্ৰৰ পুত্ৰ—গুণীন (ধন) আৰু দ্বিজেন্দ্ৰ (দীপ)। চন্দ্ৰৰ

পুত্ৰ—কেশৱ, বসন্ত, প্ৰদীপ, আৰু হেমন্ত। গোলাপৰ পুত্ৰ—দিলীপ, দেৱ আৰু ফুলু। জিতেন্দ্ৰৰ পুত্ৰ—মিঠাৰাম আৰু ৰঞ্জিৎ। তাৰাপ্ৰসাদৰ পুত্ৰ—প্ৰবীণ, অজিত, অচ্যুৎ আৰু উমা। ইন্দ্ৰৰ পুত্ৰ—ৰাজেন্দ্ৰ। কুলনাথৰ পুত্ৰ—সুৰেশ্ আৰু হৰেশ্। সুৰেন্দ্ৰৰ পুত্ৰ—অমৰেন্দ্ৰ আৰু অমৃত।

যোৱা ইং ১২২৮ চনৰ পৰা ১৯৬৪ চনৰ ১৪ই এপ্ৰিল, অৰ্থাৎ এক বহাগলৈকে এই ফৈদৰ পুৰুষনামাৰ কাম সম্পূৰ্ণ কৰা হৈছে। এই হিচাপেই প্ৰতি বছৰে ইয়াৰ লেখ হয়,—ই বংশৰ এটা ধৰা-বান্ধা নীতি আৰু কৰ্ত্তব্যৰ কথা। প্ৰত্যেকটো ফৈদে এই হিচাবে টানি যোঁৱাৰ হেতুকেই, বুঢ়া গোহাঁঞিসকলৰ লেখ ওলোৱাত উজু আৰু সহজ হৈ আছে। তেওঁলোকে ভাবে যে, ইয়াকে নকৰিলে পূৰ্বপুৰুষসকলৰ সেই ধৰ্ম-বাক্য লঙ্ঘন কৰি, সিবিলাকক অপমান কৰা হয় আৰু সেই বাবেই সিবিলাকৰ অভিশাপত—কোনো কালেই কল্যাণ হব নোৱাৰে, আৰু মৃত্যুৰ পিচতো নৰকৰ জ্বালা-যন্ত্ৰণা ভোগ কৰিবলৈ পায়।

দিহিঙ শিৱসাগৰ নগৰৰ প্ৰায় তিন মাইল উত্তৰে এখনি বুৰঞ্জী প্ৰসিদ্ধ প্ৰাচীন ঠাই। স্বাধীন অসমৰ অপূৰ্ব-স্মৃতি, বুৰঞ্জীৰ আপুৰুগীয়া তথ্য-পাতি বুকুত সাৱটি লৈ, তেতিয়াৰ বহুতবিলাক কথালৈ সোঁৱৰাই দিলেও,—অযত্নত, অৱহেলাত, অসাৱধানতাতে সিবোৰ লুপ্ত পাবলৈ ধৰিছে বুলি কলেও মিছা নহয়। ৰজাবাৰী বা বুঢ়াগোহাঁঞি নগৰে কান্দিছে, আকাশলঙ্ঘা মৈদামে বিনাইছে, মৰা দিহিঙ নৈয়ে বুৰঞ্জীৰ কাহিনী কৈছে, ধাইআলিয়ে ধাইমাকৰ ইতিহাসৰ গীত গাইছে, খুন্দাপুখুৰীয়ে কঠোৰ প্ৰতিজ্ঞাৰ প্ৰতিধ্বনি তুলিছে, হৰ-গৌৰী মন্দিৰে বেজাৰত চকুলো টুকিছে, শিৱদলৰ সোণৰকলচিয়ে দিহিঙলৈ সতৃষ্ণ-নয়নে চাই আছে। ওচৰৰ চৰগোৱা নগৰৰ পৰা যেন কোনোবাই দিহিঙৰ শেষ বীৰ, বগা বৰ্ত্তালৰ প্ৰধান বৈৰী ফুমলী গোহাঁইক চিঞৰি চিঞৰি সুধিছে—"বুঢ়াগোহাঁঞি ডাঙৰীয়া!

ৰাত্তি পুৱাবলৈ এতিয়াও কিমান সময় বাকী ?" সেই ধ্বনি প্ৰতি-ধ্বনিত হৈছে বুকুৱে বুকুৱে; কিন্তু উত্তৰ নাই,—কেওফালে নীৰৱ-নিস্তব্ধ শূন্য !

এতিয়াও পৰি আছে বিল-পুখুৰীত ৰজাদিনৰ অজস্ৰ বহুমূলীয়া সম্পত্তিবোৰ। মান ভগনত আৰু শেষত বগা বঙালৰ উৎপাতত সেই বয়-বস্তুবোৰ যি ঠাইত পেলাই-পুতি গ'ল,—আজিও সেই ঠাইতে একেদৰেই আছে, মাটিৰ তলত জহি-পমি। সেইবিলাকেও যেন টেটু ফালি ফালি কৈছে—"আমাক তোলা, আমাক উদ্ধাৰ কৰা, আমি বহুত কথা কম।" সেই আৰ্তনাদ শুনিব কোনে ? সেইবোৰ কেৱল অৰণ্য ৰোদনতহে পৰিণত হৈ পৰিছে !

সিদিনা ইং. ১৯৪২ চনৰ কথা। পূৰ্বপুৰুষসকলে পুৰুষানুক্ৰমে কৈ অহা মতে, এখনি নিৰ্দিষ্ট ঠাইত খনন্ কাৰ্য কৰা হয়। আমি তাত সেই বিলাকৰ ভাল প্ৰমাণো পাই, ইয়াত তাকে বাইজৰ ওচৰতো জ্ঞাত কৰিবলৈ উল্লেখ নকৰি নোৱাৰিলো।

এটা প্ৰায় তিনিশ বছৰীয়া আধাবিঘাৰ সৰু পুখুৰী। এই প্ৰবন্ধ লিখকৰ ঘৰৰ বাৰীৰ নিচেই কাষতে সেইটো পুখুৰী। আগতে ই পানী খোৱা পুখুৰী আছিলে যদিও, প্ৰায় এশ বছৰমানৰ পৰা সি পুত গৈ,—তাৰ ওপৰত দল-তৰা-কচু হৈ এতিয়া সম্পূৰ্ণ মাটিৰ সমান। এই পুখুৰীৰ মাজতেই দিলিহীয়াল বুঢ়াগোহাঁঞি ঘৰৰ ৰজাদিনীয়া সকলোবোৰ আপুৰুগীয়া অয়-অলঙ্কাৰৰ সৈতে এটা লোহাৰ পেৰা আৰু অজস্ৰ বন্দুক, হেংদান, বাটি-কাঁহী, অস্ত্ৰ-শস্ত্ৰবোৰ আছে বুলি জনা যায়। আমাৰ ইচামৰ পিচত সিচামে কৈ অহা কথাবোৰ সচাঁনে-মিছা,—তাকে প্ৰমাণ কৰিবৰ উদ্দেশ্যে কিছুমান বিহাৰী-জুনীয়াৰ দ্বাৰাই পুখুৰীৰ সামান্য একাংশ খনোৱা হয়। প্ৰায় ছয়ফুট মাটিৰ তলত প্ৰথমতে এটা দেৰফুট বহলৰ শালকাঠৰ চ'ঙিৰ মুৰ ওলায়; তাৰ তলত পোৱা গ'ল—অসংখ্য হিলৈ, তৰোৱাল, হেংদান, জাঠি আদিৰ ভগা ভগা অংশবোৰ। অৱশ্যে আমি কেৱল পুখুৰীটোৰ

চোক্ এটা খনাইছে এই প্ৰমাণ লৈছিলো ; এই প্ৰমাণৰ পিচত এইটো খাটাংভাৱে বুজা গল যে, পুৰুষানুক্ৰমে যিবিলাক কথা কৈ আহিছে,—ঠিক্ সেই ভাৱেই সেই সম্পত্তিবোৰ তাতেই আছে। এটা প্ৰকাণ্ড লোহাৰ পেৰাত—সোণ-ৰূপ হীৰা-মাণিকৰ বহুমূলীয়া অলঙ্কাৰ, তামৰ ফলি, সাঁচিপতীয়া পুথি আদি সম্পত্তিখিনিও ওলাব পাৰে ; তাৰোপৰি কেইটামান বৰতোপ আৰু এটা লোহাৰ ঢেকীও তাত থকাৰ কথা কয়। কাঁহি-বাটি আদি বস্তুবিলাকৰ চিন্ পালেও, সেইবোৰৰ ব্যৱহাৰত নহা অৱস্থা হ'ল বুলি অনুমান কৰিব পৰা গৈছে। ইয়াকো জনা যায় যে, বস্তুবিলাকৰ ওপৰত ডাঙৰ ডাঙৰ শাল কাঠৰ চতি-খুটা দি সেইবিলাক পুতি থোৱা আছে।

পুখুৰীটো সম্পূৰ্ণই খানি আগৰ দিনৰ বস্তুবিলাক উদ্ধাৰ কৰিবলৈ যথেষ্ট টকাৰ আৱশ্যক দেখাত,—আমি আজিও সেই কামত আগ-বাঢ়িব পৰা নাই। কোনো সদাশয় সকলে, নাইবা আমাৰ পুৰাতত্ত্ব বিভাগে এই কামলৈ আগবাঢ়ি আহিলে,—আমি অতি আনন্দেৰে তাত সম্মতি দিবলৈ সাজু আছোঁ।

আমাৰ সঠিক বিশ্বাস যে, সেই স্বাধীন যুগৰ অমূল্য সম্পত্তিখিনি উদ্ধাৰ হলে, বুৰঞ্জী বিষয়ৰ যথেষ্ট আপুৰুগীয়া তথ্য-পাতিও পাব পৰা যাব। বিশেষকৈ, এই বংশৰ 'চকৰীফেঁটি' নামৰ বুৰঞ্জীখনো সেই লোহাৰ পেৰাতেই ওলাব পাৰে বুলিও আমাৰ একান্ত ধাৰণা হৈছে।*

---

* ১৮৮৬ শকৰ শাৰদীয় সংখ্যা 'আৱাহন'ত প্ৰকাশিত।

সমাপ্ত